# ধৰিত্ৰী

( উপন্যাস )




প্ৰণতি গোস্বামী




জ্যোতি প্ৰকাশন
পাণবজাৰ : গুৱাহাটী-৭৮১০০১

॥ ধৰিত্ৰী ॥

॥ প্ৰণতি গোস্বামী ॥

॥ প্ৰকাশিকা / ইলা শৰ্মা ॥

॥ জ্যোতি প্ৰকাশন / পাণবজাৰ / গুৱাহাটী-৭৮১০০১ ॥

॥ প্ৰথম প্ৰকাশ / মাৰ্চ, ১৯৯৪ ॥

॥ বেটুপাত অলংকৰণ ॥

॥ ত্ৰৈলোক্য দত্ত ॥

॥ গুৱাহাটী ॥

॥ ছপাওঁতা / সুনীলকুমাৰ নন্দী ॥

॥ শান্তনু প্ৰিন্টাৰ্ছ / ২৮কে, অবিনাশ ঘোষ লেন / কলিকতা-৬ ॥

মূল্য : ২৫'০০ টকা।

## ।। প্ৰণতি গোস্বামীৰ বিষয়ে দুবাষাৰ ।।

প্ৰণতি গোস্বামী পঢ়ুৱৈৰ মাজত পৰিচিতা। ইয়াৰ কাৰণ হ'ল—তেওঁৰ লিখাত সত্যনিষ্ঠা আৰু আমাৰ সামাজিক জীৱনৰ কলাৰূপ স্পষ্ট-ভাৱে বিচাৰি পোৱা যায়। নাৰীৰ সমস্যায়ো স্পষ্টভাৱে কাহিনীক আকৰ্ষণীয় কৰি তোলে। তদুপৰি চিত্ৰাংকন, কাহিনীবিন্যাস আৰু পৰিবেশ সৃষ্টিৰ এটা স্বাভাৱিক গুণে তেওঁ লেখনীক কৰি তোলে অত্যন্ত মনোগ্ৰাহী। ইয়াতে তেওঁৰ শক্তি নিহিত। তদুপৰি গ্ৰামীণ জীৱনৰ সত্য ছবি এখন ফুটাই তোলাতো তেওঁ সিদ্ধহস্ত।

প্ৰণতি গোস্বামী মূলত চুটি-গল্প লেখিকা। এনে হিচাপেই তেওঁ পৰিচিতা। সম্প্ৰতি তেওঁ উপন্যাস প্ৰণয়নত হাত দি প্ৰচুৰ প্ৰতিশ্ৰুতি বহন কৰিছে। চুটি গল্পৰপৰা সৃষ্টিধাৰা উপন্যাসলৈ প্ৰবাহিত হোৱাৰ ভালেমান সুবিধা আছে। এনে সৃষ্টিই উপন্যাসত চুম্বকত্ব, যথাৰ্থ শব্দৰ প্ৰয়োগ আৰু ঘটনাক্ৰম তীব্ৰ কৰাৰ গুণ প্ৰদৰ্শাব পাৰে। এই কেইটা গুণ প্ৰণতি গোস্বামীৰ আছে।

উল্লেখিত 'ধৰিত্ৰী' ছোৱা-ছোৱাকৈ ডিব্ৰুগড় অনাতাঁৰ কেন্দ্ৰত প্ৰচাৰিত হৈছিল আৰু শ্ৰোতাই ভালকৈ আদৰিছিল। ইয়াত আছে গ্ৰামীণ জীৱনৰ সমস্যা, চৰিত্ৰ আৰু পৰিবেশ সৃষ্টিৰ সুসামঞ্জস্য ঘটাৰ হেতু সুন্দৰ সুষমা আৰু মনোগ্ৰাহী কাহিনী।

আশা কৰোঁ সম্প্ৰতিৰ এগৰাকী সুলেখিকাৰ। সযতনে সৃষ্টি কৰা 'ধৰিত্ৰী'ক সদাশয় পাঠক-সমাজে আদৰিব। ঔপন্যাসিকা প্ৰণতিৰ উত্তৰোত্তৰ সাফল্যৰ আশা কৰিলোঁ।

পহিলা জানুৱাৰী ১৯৯৪ — ইতি— শ্ৰীলক্ষ্মীনন্দন বৰা

আবেলি ৰুমী আহিছিল। তেওঁ কৈছিল, ভাত খোৱাকৈ আহিব পাৰিলিহেঁতেন দেখোন! তাই হাঁহিলে। ক'লে, পাৰিলোঁহেঁতেন; পিচে আগবেলা অহাৰ কথা ভবাই নাছিলোঁ। তাতে আগবেলা বতৰটো বৰ বেয়া আছিল নহয়।

ৰুমী আহিলে পাকঘৰটো পিতপিতাই ফুৰে। আজিও ফুৰিছিল। ৰেকৰ ওপৰৰ বিভিন্ন আচাৰৰ ডাঙৰ ডাঙৰ বটলবোৰৰ পৰা আচাৰৰ জুতি লয়। ক'ত পিঠা-পনা আছে সাঁফৰ খুলি ফুৰে। তেৱোঁ ইটো যাচে, সিটো যাচে। পিঠা-পনা, লাড়ু-মিঠৈৰে পাকঘৰ ভৰি থাকে। জানোচা কোনোবা আহে! কেতিয়াবা এইবোৰ সাঁচোতে সাঁচোতে ভেঁকুৰি যায় নাইবা টান হৈ পৰে। কোনো নাহে। তেওঁতো আৰু নিজে খাবৰ বাবে এইবোৰ নবনায়। গৰুৰ দানাত পেলাই দিওঁতে হুমুনিয়াহ এটা ওলাই আহে। বহুত পুৰণি আচাৰেই জমা হৈ আছে। এইবোৰ থাকোতেই নতুন আচাৰ কৰিবলৈ উৎসাহ নালাগে। তথাপি মনটো সামৰিব নোৱাৰি বিধে বিধে আচাৰ কৰে তেওঁ। পোনাটোৱে আছি আমৰ আচাৰ অকণ বিচাৰে। লক্ষ্মীমাই আকৌ কটিৰ লগত খাবলৈ মিঠা আচাৰহে ভাল পায়। ল'ৰা-ছোৱালীকেইটায়ো বিচাৰে। বনাই থয়। কাবোবাক পালে দি পঠাব লাগিব।

তেনেক্ষেত্ৰত ৰুমী আহি যেতিয়া পাকঘৰ লুককি ফুৰে তেওঁৰ উথপথপ লাগে।

তেওঁ ৰুমীক আজি থাকিবলৈকে কৈছিল। ৰুমীয়ে কিবা অসুবিধা দেখুৱালে। পঢ়া-শুনা থকা ছোৱালী ৰবকৈ জোৰ দিবলৈকো টান পালে। তথাপি মনটোৱে নামানি পুনৰবাৰ তাইক থাকিবলৈ কওঁ কওঁ বুলি আছিল। তেনেতে 'মা লক্ষ্মী' বাচখন আহিল। তাই দৌৰি গৈ বাচত উঠিল। বাচত উঠিহে মাত লগালে—আইতা আহিছোঁ। বকুল-জোপাৰ তলৰ পৰা তেওঁ চাই থাকিল। ধূলি উৰুৱাই বাচখন ভৰি

গ'ল। তেওঁ তেনেকৈয়ে বৈ থাকিল। তেওঁৰ কাষেদিয়েই গৰু-গাইবোৰ সোমাই গ'ল দৌৰি দৌৰি। একেবাৰে শেষত দামুৰীটোৰে সৈতে বগী গাইজনী। মিঠাবামে খেদি আনিছে। গৰুকেইজনী হিলদ'ল ভাঙি আহে ঘোলনিখনত দি থোৱা দানাখিনিৰ আশাত। তেওঁ লাহে লাহে ঘৰৰ ফালে সোমাই আহিল। গৰুবোৰে তেতিয়া ঠেলাহেচা কৰি দানা খাইছে। কোনোবাজনীয়ে হয়তো নিজৰ পোৱালীকে মূৰেৰে ঠেলি নিজে বেচি খাবৰ যত্ন কৰিছে। ঘৰৰ সন্মুখত থকা গোঁসাই ঘৰটোৰ ওচৰ পাই তেওঁ থমকি ৰ'ল। দুৱাৰত তলা ওলমি আছে। তেওঁ ইফালে সিফালে চালে। বিজয়া অহা নাই কিয় এতিয়াও? তেনেতে তেওঁ দেখিলে বাৰীয়েদি থকা বাটেদি বিজয়া আহিব লাগিছে। তেওঁ একো সুধিবলৈ নেপালেই। বিজয়াই এডোখৰ বাটৰ পৰা গাই আহিল—বেলিয়েই হৈ গ'ল বাইদেউ। বাবুটোৰ জ্বৰ উঠিছে। ওচৰত থাকিবলৈকে কোনো এটা নাই। এই আৰতিজনীও গ'ল লগৰ ছোৱালীৰ ঘৰলৈ।

—অ' তাৰ আকৌ কি জ্বৰখন উঠিল অসময়ত? অলপ আগতে গুৱলাইতৰ চোতালত খেলি থকা দেখিছিলোঁ।

—জানো বাইদেউ! মুখখন ৰঙা পৰি আছিছে। মই হ'লে চেহেৰাটো বেলেগ দেখিছোঁ। আইসকল ওলাইছেই বোলে কাৰোবাৰ কাৰোবাৰ ঘৰত।

—হ'বও পাৰে। দৰৱ-জাতি একো মুখুৱাবাচোন দুদিনমান।

বিজয়া কামত খৰপোচ। গোঁসাইঘৰৰ দুৱাৰ খুলি তামৰ বাচনকেইটা কুঁৱাৰ পাৰত থৈ আহিলগৈ। সোতাকানি এটাৰে গোঁসাই ঘৰটো মচিলে। তাৰ পিচত টেঙা অকণত ফুটচাই লগাই বাচনকেইটা মাজিবলৈ ধৰিলে। সেই চিকচিকিয়া তামৰ বাচনকেইটা থাপনাৰ ওচৰত থলেগৈ। থৈ পিচফালৰ বাৰান্দাৰ এচুকত থকা মেজখনৰ তামোলৰ বটাটোৰ পৰা তামোল এখন চুনে-খপাতেৰে মুখত ভৰাই ক'লে মই নবহোঁ বাইদেউ। ঘৰখনত কি হৈছে ঠিক নাই। গৰু-গাইবোৰে, আহি পাইছে। খৰধৰ কৰি বিজয়া গুচি গ'ল।

তেওঁ আস্তব্যস্ত কৰি গোঁসাই ঘৰত চাকিগছ জ্বলাই দিলে। ক'ৰবাৰ পৰা উৰুলীৰ ধ্বনি ভাঁহি আহিছে। সেৱা কৰাৰ পৰা তেওঁ উঠিল। একাষৰীয়াকৈ তেওঁ উঠোতে ভবাটোত খুন্দা খালে। ফুটা ভবা। এইখন ঘৰত এটা সময় আছিল—যেতিয়া এই সন্ধ্যা পৰত ভবা-কাঁহ-শঙ্খৰে মুখৰ হৈ পৰে। ল'ৰাই-ছোৱালীয়ে, জীয়ৰিয়ে-বোৱাৰীয়ে উৰুলি-মুৰুলি ঘৰ। আলহী-অতিথিৰ সীমা সংখ্যা নাথাকে। প্ৰকৃততে সন্ধ্যা সময়ত ভৰি-হাত ধুই ল'ৰা-ছোৱালীবোৰ সাজু হৈ থাকে কোনে আগতে গৈ ভবাটো বজাব, কোনে কাঁহখন বজাব, কোনে শঙ্খটো বজাব পাৰে। ল'ৰা-ছোৱালীলৈ মনত পৰাৰ লগে লগে কমীলৈকো মনত পৰিল। সেই ল'ৰা-ছোৱালীৰ মাজত কমীও আছিল।

কমী আজি নাথাকিল। গুচি গ'লগৈ।

গোসাঁইঘৰৰ দুৱাৰখন বন্ধ কৰি তেওঁ ওলাই আহিল। চৌকাত অণ্ডঠা আছিলেই। খৰি দুডালমান চপাই গোটাই দিলে। তাৰ পিচত পাকঘৰৰ খিৰীকিৰ বদ এডালত ধৰি মাত দিলে, মিঠাৰাম তোৰ হ'লনে আহ বাতি লহি।

পখিলীয়ে চোতাল সাৰি বাঢ়নিডাঁৰ থৈ কুঁৱাৰ পাৰত ভৰি-হাত ধুইছিল। তেওঁ তাইকো মাতিলে—পখিলী তয়ো আহ। চাহ এটোপা খাই লহি।

সিহঁত দুয়ো নিৰ্দিষ্ট জেগাত নিৰ্দিষ্ট বাচন লৈ খাবলৈ বহিল।

শুক্লপক্ষ পৰিছে। জোনটো ওলাইছে। চোতালত গছৰ ফাঁকেদি জোনাক পৰিছে। এচাটি বতাহো মাৰিছে বৈ বৈ। দিনটো আজি বেচ গৰমেই আছিল। বতাহচাটি ভালেই লাগিল তেওঁৰ। বাৰান্দাৰ বেলিঙত ভেজা দি থকাৰ পৰা তেওঁ আঁতৰি আহিল। মিঠাৰামে গোহালীৰ ওচৰত ধোঁৱা দিছে। পখিলীয়ে তেওঁৰ কোঠাৰ লাইটটো জ্বলাই থৈছে। কিবা এটা কৰিছে। সম্ভৱ দিনত ৰ'দৰ পৰা সামৰি অনা কাপোৰবোৰ এঠাইত দমাই থোৱা আছিল—তাকে জাপিছে। নীৰৱে নিখুঁটভাৱে পখিলীয়ে কামবোৰ কৰে।

দুপৰীয়াতে এবাৰ বাহিৰ ফুৰিবলৈ যাওঁতে তেওঁ গা ধুইছিল

দ্বিতীয়বাৰৰ বাবে। তাৰ পিচত আৰু বিচনালৈ যোৱা নাই—গতিকে আকৌ এবাৰ গা ধোৱাটো প্ৰয়োজনবোধ নকৰিলে তেওঁ। পাকঘৰলৈ গৈ খৰি কেইডালমান জুইত ভৰাই দিলে তেওঁ।

নিৰামিষ ভাত। মগু ডালি আৰু ভেণ্ডিৰ ভাজি। খাৰলি। পখিলী আৰু মিঠাৰামক ভাত বাঢ়ি দি নিজেও কেইটামান বাঢ়ি ললে। খাবলৈ বহাৰ আগতে সিহঁতক কিবা লাগিবনেকি সুধি আহিল। তিনিও খাবলৈ বহিল। মিঠাৰাম আৰু পখিলী বাহিৰৰ ভিতৰুৱা বাৰান্দাত, তেওঁ পাকঘৰৰ মজিয়াত। ইমান প্ৰকাণ্ড পাকঘৰৰ মজিয়াখন! বিয়া শ্ৰাদ্ধ আদি হ'লে বহুত মানুহে একেলগে খাব পাৰে। তেনে এটা পাকঘৰত অকলে অকলে খায় তেওঁ। প্ৰতিটো ভাতেই যেন ডিঙিয়েদি বাগৰি যায়। পাকঘৰৰ এঢ়াঁতিত বৰ-বোৱাৰী অঞ্জুৱে যৌতুকত অনা সুন্দৰ ডাইনিং টেবুলখনো সজোৱা আছে। উকা সেইখন।

ভাত খাই উঠি মুখ ধোৱা লোটাটো লৈ পিচফালে গ'ল। ওখ ওখ তামোল গছেৰে পিচফালৰ বাৰীখন গভীৰ অৰণ্যৰ দৰে হৈ পৰিছে। আকাশত মেঘ বিয়পি পৰিছে। তেওঁ মিঠাৰামক চিঞৰিলে, মিঠাৰাম ক'ৰবাত খৰি-খেৰ আছে যদি সুমুৱাই থবি। বতৰ বেয়া।

তেওঁ বিচনাত পৰাৰ কিছুপৰ পিচতে সোঁসোঁৱাই বতাহ বলিবলৈ ধৰিলে। টোপ টোপ বৰষুণ পৰিল। বৰষুণজাক ক্ৰমে ডাঙৰ হ'ল। কম পোহৰৰ বিজুলী বাতি নুমাই গ'ল। সিফালৰ বিচনাৰপৰা পখিলীয়ে মাত দিলে—আই!

—তই টোপনী যোৱাই নাই হবলা?

—চিলমিলকৈ আহিছিল, সাৰ পাই গলো।

তেওঁ গাৰুৰ তলত জুইশলাটো বিচাৰিলে। আছে। বৰষুণজাক পাতল হ'ল। বতাহ ডাঙৰ হ'ল। বিজুলীয়ালে। মেঘে গাজিলে। তেওঁৰ টোপনী পাতল। আহেও বহুত দেৰিকৈ। ইফালে খিৰিক কৰিলেই সাৰ পায়। দিনটোৰ গৰমৰ পিচত এই বতাহ বৰষুণজাক ভাল লাগিল। তাৰ আগতেই অৰণ্যে দূৰত নিশা এঘাৰ বজাৰ কোব পৰিছে।

পুৰাও ৰবযুগ। ৰবযুগত তলসৰা বকুল ফুলবোৰ বোকাত লেটিপেটি হৈছে। বাতিপুৱাই হাতত ডাঙৰ কৰিয়াটো লৈ গাখীৰ খীবাবলৈ বোকাৰ কাৰণে তেওঁ সাৱধানেহে খোজ দিব লগা হ'ল। গৰুৰ দানা-পানী খুওৱা আদি সকলো যত্ন মিঠাবামেহে কৰে যদিও পুৱাতেই হাতত প্ৰাচীন কৰিয়াটো লৈ গাখীৰ খীবোৱাটো তেওঁৰেই একমাত্ৰ কৰ্তব্য হৈ আহিছে বহুকাল ধৰি। তাৰ পিচতে তেওঁ প্ৰকাণ্ড বাৰীখনত সোমাই শাক-পাত কি পায় লৈ আহে। মিঠাবামে বোৱা জিকা, ভেণ্ডি, বঙালাও, ভাতকেৰেলাৰ উপৰিও মৰিছা, খুতৰা, মাটি কাদুৰিৰে বাৰীখন ভৰি আছে। খাওঁতা নাই। পোনাই শাকৰ আঞ্জা খাই বৰ ভাল পায়। বিয়াৰ আগত সি চুটিত আহিলে তেওঁ যেনে তেনে শাকৰ টেঙা আঞ্জা এখন বান্ধিব। বিয়াৰ পিচত শাক এসোপা ধুই-বাচি দি তেওঁ বোলে, অঞ্জু তুমিয়েই বঢ়োৱাচোন আজি শাকৰ আঞ্জাখন জুতিত মুঠিল। আজিকালি ছোৱালীয়ে সৰহকৈ আলু দিয়া, দোকানৰ মছলা দিয়া, বং দিয়া, মাংস-কণী দিয়া পিঠা মিঠাইবোৰহে বনাব পাৰে। পোনাও অহা নাই দুবছৰ। দুবছৰ! দুবছৰ পুতেকক নেদেখা কথা ভাবিলে তেওঁৰ আচৰিত লাগে। কেনেকৈ সহিছে বাক তেওঁ? সি কেচুৱা থাকোতে দেখোন বেলাটো নেদেখিলেই মনটো চাটিফুটি কৰে।

জোক! গাতে বগালেহিহেঁতেন এতিয়া। তেওঁ মনেই কৰা নাছিল। মনটোত নানা ভাৱনা। ঘৰলৈ ঘূৰি আহি পিচফালৰ পিৰালীটোতে তেওঁ খৰাহীটো থলে। নাদৰ পাৰত পখিলীয়ে পানী তুলি সাজু কৰি থৈছে। বাথৰুম আছে যদিও তেওঁ সাধাৰণতে নাদৰ পাৰতেই বুকুত মেখেলা পিন্ধি গা ধোৱে। এইকণ সময়ত পিচফালে কোনো নেথাকে। মিঠাবামে আগফালে গৰু-গাইৰ লগত ব্যস্ত থাকে। একমাত্ৰ জাৰ্চিজনী পিচফালে বান্ধি থয়।

সককণে আগফালে মাত দিলে, নবৌ!

পখিলীয়েহে ক'লে, আয়ে গা ধুইছে।

সককণ কুঁকিটো লৈ ফুল তুলিবলৈ গ'ল।

গা ধুই খৰধৰকৈ তেওঁ গোঁসাই ঘৰৰ তলাটো খুলি চাকিগছ জলাই দিলে। সককণ গোঁসাই ধুৱাবলৈ সোমাল।

তেওঁ জুইকুৰা ধৰি সকুকণৰ বাবে জলপান এটা সজালে। ইহঁত ছুটাক বাতি ল'বলৈ ক'লে। ভীমকল একোটাৰে সিহঁতে পিঠাগুৰি সানি ললে। তেওঁ বাত্তিত চাহ ঢালি দিলে।

সকুকণ আহি পীৰাত বহিল। সকুকণ মানুহটো ক'লা, দাঁতকেইটা উজলা। নেহাঁহিলেও হাঁহি থকাৰ দৰে দেখি। কথাও কয় খৰকৈ—খোনোৱা যেন লাগে। খায়ো খৰধৰকৈ। যেন তেওঁৰ বহুত কাম পৰি আছে। অথচ ক'ৰবাত পূজা-পাতল থাকিলে পৰিচাৰকৰ কামটোৰ বাহিৰে আন একো কামেই নকৰে। স্থায়ী কাম হ'ল—এই ঘৰখনত গোঁসাই ধুওৱাটো। সামান্য খৰি এডালৰ বাবেও বিজয়াৰ বহুত বকনিৰ মুৰতহে দাখন তুলি লয়।

চাহ জলপান খাই সকুকণে বটাটোৰ পৰা নিজেই তামোল এখন তুলি ললে। তেওঁ তেতিয়া চাহত মুখ দিছিলহে। তেওঁৰ মনত পৰিল বিজয়াই কালি ল'ৰাটোৰ গা বেয়া বুলি কৈছিল। সুধিলে, বাবুৰ গা কেনেকুৱাহে এতিয়া?

—জ্বৰ আছে গাত।

—পানী-চানী লাগিছেনেকি?

—নাই সেইবোৰ একো নাই। মাত্ৰ গাটো বিষাইছে বুলি কয় আৰু জ্বৰ।

—তেনে আইসকলো ওলাব পাৰে।

বাৰীৰে পান ছুখিলামান আৰু দহোটামান ভাতকেৰেলা তেওঁ সকুকণৰ বাবে এচুকত থৈ দিছিল। তেওঁ ক'লে, সক সেইকেইটা লৈ যাবা।

সকৰে ভাতকেৰেলাৰ দীঘল ঠাৰিবোৰ একগোট কৰি বান্ধি ললে। পানকেইখিলা মুৰিয়াই লৈ গুচি গ'ল।

আবেলি তেওঁ বিজয়াহঁতৰ ঘৰৰ পৰা এপাক মাৰি আহোঁ বুলি গাত লৈ থকা চাডৰখন সলাই বেলেগ এখনে ললে। পিন্ধি থকা মেখেলাখন চালে—ভালেই আছে। পাটৰ মেখেলা, তাকে যেনিবা পুৰণা হোৱাত মদকৰা বৰণ ধৰিছে। হ'ব। আলিবাটেদি নাযায় নহয়;

বাৰীৰ ভিতৰুৱা বাটেদিহে যাব। তেনেতে ৰাস্তাত গাড়ী এখন ৰ'লহি। তেওঁৰ মনটো আনন্দত নাচি উঠিল। খৰধৰকৈ বাৰান্দাৰ পৰা নামি আহিল। মিঠাৰামে ইতিমধ্যে গেটখন খুলি আগবাঢ়ি গৈছে। তেওঁ আৰু দুখোজ আগবাঢ়ি আহিল। গাড়ীখন সুমুৱাই অনা নাই। ইঞ্জিনো বন্ধ কৰা নাই। মিঠাৰামে দৰ্জাখনৰ ওচৰত বৈ কথা পাতিছে। গুচি গ'ল।

তেওঁ সেইখিনিতে বৈ থাকিল। বিজয়াহঁতৰ ঘৰলৈ যাবলৈকো মন নগ'ল। বাৰান্দাত এখন সৰু টেবুল মাজত লৈ দুফালে দুখন বেঁতৰ চকী আছে। তেওঁ গৈ তাৰে এখনত বহি পৰিল। তেওঁ মিঠাৰামক একো সোধা নাছিল। কিন্তু সি নিজেই দাঁতকেইটা উলিয়াই এডোখৰ বাটৰ পৰা চিঞৰি আহিল—বৰুৱাৰ ঘৰলৈ যোৱা মানুহ। ঘৰ চিনি নেপায়। মই বোলোঁ। এই টাৰ্নিঙটো পাৰ হ'লেই নামঘৰটোৰ বাওঁফালে সোমাই যোৱা ৰাস্তাটোৰে দুঘৰ পাৰ হৈ পকীঘৰটো। তেওঁ মিঠাৰামলৈ চালেহে, একো নামাতিলে। মিঠাৰামে গছৰ শুকান ডালপাত এসোপা দানাৰ কেৰাহীখনৰ তলত সুমুৱাই দিলেগৈ।

বোধহয় বহুত সময় পাৰ হৈ গ'ল। পখিলীয়ে ভিতৰ ফালৰ পৰা আহি দুৱাৰমুখত বৈ পৰ্দাখন দাঙি ক'লে, কেলেই আই আৰতিহঁতৰ ঘৰৰ ফালে যোৱাৰ কথা আছিল নহয়! নগ'ল দেখোন?

—এৰা অ' যাওঁ।

যাওঁনে নেযাওঁকৈ তেওঁ গ'ল। গৈ দেখিলে বিজয়াই চোতালত গোটা বাঁহ এডোখৰ কুঠাৰেৰে ঘপিয়াই আছে। বোধহয় পুৰণা তাঁতৰ খুটা।

—কি হ'ল তুমি দেখোন খৰি ফলাত লাগিছা? ল'ৰাৰ কেনেকুৱা?

—কিনো ক'ব বাইদেউ! চাউলৰ পৰা খৰিলৈকে আটাইবোৰ গোটাব লাগিব মইহে। দিনটো কৈ আছোঁ বোলো খৰি এডাল নাই। কানসাৰ যদি কৰে! ৰাতিপুৱাও কেঁচা খৰি ফুৱাই ফুৱাই ভাত ৰান্ধি খুৱাইছোঁ। ইপিনে জৰীয়া ল'ৰাটোৱে আমনি কৰিছে। আৰতিও ৰাতিপুৱাই ৰাহিৰ ওলাল।

কালি খোৱা খৰি কেইডাল গোটাই ললে। কুঠাৰখন বেৰত আওজাই থৈ খৰিকেইডাল পাকঘৰলৈ লৈ গ'ল বিজয়াই। চাপৰ মূঢ়া এটা আনি পিচফালে বাৰান্দাত থলে। তেওঁ বহিলত বিজয়াই তামোলৰ বটাটো আগবঢ়াই দিলে। কাটক বাইদেউ আপুনিয়েই। বয়স হৈছে যদিও তেওঁৰ দাঁত ভাল হৈ আছে। এটাও লৰা নাই বা সৰা নাই। কোনো দিনে দিগদাৰিও কৰা নাই। তথাপিও তেওঁ ঘনে ঘনে তামোল খাই নাথাকে। কাৰোবাৰ ঘৰত একোখন যাচিলে অৱশ্যে তেওঁ খায়। সামান্য চুন খায়। ধপাত নেখায়। পকা তামোলটো বাকলি গুচাই খুব সোন-কালেই তেওঁ খনিয়াই পেলালে। পাতলকৈ এখন মুখত ভৰাই তেওঁ বটাটো বিজয়াৰ ফালে দিলে, খোৱাঁ তুমিও এখন।

তেনেতে কৰবাৰ পৰা শেনটো অহা দি বিজয়াৰ মাজু ল'ৰা পুতুৱে বটাৰ পৰা তামোল এখন ল'বলৈ হাত মেলোতেই বিজয়াই হাততে খাপ মাৰি ধৰিলে—এই তই ক'লৈ গৈছিলি অ'? ভাত গাল খাই উঠিয়েই তই ক'ত মৰিবলৈ গৈছিলি? মৰিবি! ৰ'দে-বৰষুণে ঘূৰি ফুৰা। এটা সেয়া পৰি আছে নহয়। তামোল খাবলৈ আহিছে! বটাটোত তামোল এখন কাটি থব নোৱাৰি। কোন পাকত নি মুখত ভৰাব! চেহেৰাটো চোৱাঁচোন।

মাকে তাক পিটিব বুলি ভাবিছিল। সেইবাবে সি গাল দুখন বচাবলৈ প্ৰথমতে যত্ন কৰিলে। লক্ষণ নেদেখি মাকলৈ ভয়ে ভয়ে চালে।

সকৈকে তামোল এখন কাটি পান অকণেৰে সৈতে পুতুলৈ আগবঢ়াই দি তেওঁ মৰমেৰে ক'লে, সক ল'ৰাই ইমান তামোল খাব নেপায় নহয়। স্কুল বন্ধ হৈছে দুপৰীয়া অকণমান ঘৰতে পঢ়িব লাগে। অনবৰতে ঘূৰি ফুৰাটো বেয়া।

—পঢ়িব ল'ৰাই দুপৰীয়া। মই পঢ়িবলৈ ক'লত বোলে গৰমত পঢ়ুৱাব নোৱাৰি মাষ্টৰেই গৰম বন্ধ দিছে—ঘৰত কেনেকৈ পঢ়ো! কথাত পেলাব নোৱাৰে আপুনি।

তামোলখন লৈ সি সেমেনা সেমেনিকৈ আঁতৰি গ'ল।

—মই বেচি পৰ নবহোঁ। বাবু শুয়েই আছে নেকি?

তেওঁ উঠা দেখি বিজয়া আগবাঢ়ি ভিতৰলৈ লৈ গ'ল। কোঠাটো অলপ আন্ধাৰ। তাতে বেলি আবেলি হৈছে বাবে আৰু আন্ধাৰ হৈছে। আঠুৰাখন ওপৰলৈ তুলি থোৱা আছে। মলিয়ন আৰু ভাপলি মৰা। ঘৰৰ মুধচৰ খেৰ ঠায়ে ঠায়ে এৰাই গৈছে। ৰাতি পানী পৰিছিল হ'ব পায়, আজি মজিয়া মচি থোৱাৰ চিন আছে। তেওঁ মাত দিলে, বাবু! বাবুমণিটো!

সি চকুমেলি চালে।

—কি হৈছে?

সি একো নক'লে।

মুখখন ৰঙা পৰিছে। কপালত হাত দি চালে। গৰম।

—ঠাণ্ডা লাগিছে নেকি?

সি মূৰ জোকাৰি দিলে। নাই লগা।

তেওঁ চোলাটো দাঙি পেটটো চালে। তাৰ পিচত গাৰ অন্যান্য অংশ চালে। বাহিৰৰ পৰা আহি যিমান আন্ধাৰ আন্ধাৰ লাগিছিল এতিয়া কিছুপৰ থকাৰ পিচত সেই পোহৰতে ভিতৰত থকা বস্তুবোৰ মনিব পৰা হ'ল।

তেওঁ ওলাই আহিল। পিচে পিচে বিজয়া। তেওঁ ক'লে, কোঠাটোত অলপ ধূপ-ধূনা দিবা। পৰিষ্কাৰকৈ ৰাখিবা। তাৰ কাপোৰত চাবোন নলগাবা। পৰহিলৈ মানে মাননী এভাগ দিবা।

বিজয়াই যেন অকণমান চিন্তা কৰিলে।

—মাজু গৰাকীহে। ভাল হৈ যাব। সাৱধানে থাকিবা থালি। মই যাওঁ।

—অ' ময়ো যাওঁ। গোঁসাই ঘৰটো অতোৱাগৈয়ে নাই নহয়। আৰতি! আৰতিয়ে বাৰীৰ এচুকত গৈ থিয়ৈ থিয়ৈ কমালত ফুল চিলাই আছিল।

—তই আঁতৰি নাযাবি। পুতু কেনি গ'ল?

সি ওচৰতে ওলালহি। বিজয়াই তাক ক'লে, তই কলৈকো নৰ নেযাবিবি। বাবুৰে কিবা বিচাৰিলে দিওঁতা নাই। মই বেগতে আহিছোঁ।

অলপ আগতে তেওঁ ব'ত বহিছিল সেই ঠাইত এতিয়া মূঢ়াটো নাই।

তলৰ বাওঁ এৰোৱা কাঠিবোৰৰ ঘূৰণীয়া সাঁচটোহে আছে মাটিত। পুতুৱে সেইটো নি চোতালৰ এমূৰত বহি লৈ কটাবিবে খুটখুটকৈ কিবা কাটি আছিল। মাক যোৱাৰ পিচত সি পুনৰ তালৈ গ'ল।

প্ৰকাণ্ড ঘৰ। তাহানি ইহঁতৰ দেউতাকে সজাইছিল। চাৰিউটা পৰিয়াল একেলগে থাকোতে সজা ঘৰ। ইহঁত, ল'ৰা-ছোৱালীবোৰ তেতিয়া সৰু সৰু। সেই কাৰণে ঘৰটো আজিৰ তুলনাত পুৰণি ধৰণৰ। নীলিমা, লক্ষ্মীমা, পূৰ্ণিমা, পোনা, বাবুলহঁতে ডাঙৰ হ'লত কিবা এটা কৰিবলৈ হ'লেই কয়, দেউতাই যে কি ঘৰটো বনাই থৈ গ'ল। ইমান ডাঙৰ ঘৰ অথচ একো কামৰ বাবেই সুবিধাৰ নহয়। হেৰৌ সেই দিনত এইটো ঘৰেই আধুনিক আছিল। হয়ো; এইখিনিত তেনে এটা ঘৰ তেতিয়াৰ দিনত কোনেও সাজিব পৰা নাছিল। আৰু ইহঁতে যধেমধে মৰা মানুহজনক টানি আনি কিবা ক'লে তেওঁ মনত বেজাৰ পায়। বহুত কৰিলে। কেচুৱা কালৰ পৰা (হয় এইখন ঘৰলৈ তেওঁ কেচুৱা কালতে আহিছিল) তেওঁ মানুহজনক জিৰণি লোৱা দেখা নাই। সেই হিচাপে তহঁতেনো কি কৰিছ? দেউতাৰে ঘটি যোৱা টকাৰে পঢ়িলি শুনিলি, উধাইমুধাই খৰছ কৰিলি। এতিয়া চাকৰি কৰিছ দৰমহা লৈছ। দৰমহাৰ টকাৰে নিজৰ পৰিয়ালটো পুহিব পৰা নাই—ঘোচ খাইছ।

হাউলিৰ দৰে প্ৰকাণ্ড ঘৰ। অকল তেওঁ বাহিৰ ভিতৰ কৰি ফুৰে। যেতিয়া এই ঘৰখনত শাহুশহুৰ, পো-পোৱালীৰে সৈতে চাৰিজন ককাই-ভাই আলহী-অতিথিৰে খদমদমাই আছিল—বৈ উশাহ সলাবলৈকো সময় নাছিল, তেতিয়া বাৰু তেওঁ ভাবিব পাৰিছিলনে যে এটা সময়ত এই ঘৰটোত একমাত্ৰ তেওঁহে বাসিন্দা ৰ'বগৈ!

প্ৰায়বোৰ কোঠাই বন্ধ কৰি থোৱা আছে। পোনা আৰু বাবুলৰ কোঠা দুটা কেতিয়াবা তেওঁ খুলি চায়। বস্তুবোৰ কিজানি নষ্ট হৈ গৈছে। কাঠৰ ফাৰ্ণিচাৰবোৰ ড্ৰেচিং আইনা পৰ্যন্ত তেনেদৰেই আছে। আঙুলীৰে চুই চায়। আঙুলীৰ মূৰত ধূলি লাগি আহে। সেইবোৰ পোনাৰ বৈণীয়েক আৰু বাবুলৰ বৈণীয়েকে লগত অনা বস্তু। সিহঁত আহিলে

তেওঁ কয়—হেৰ' সেইবোৰ লৈ যা। ইয়াতে নষ্ট হ'ব। নিনিয়ে। অসুবিধাও। পোনা থাকে গুৱাহাটীত, বাবুল নগাৰঁত। সিহঁতে তাতেই সেইবোৰ কিনি ল'লে। তেনেহলে ইহঁতে লগত আনিছিলে কিয় এইবোৰ? দুয়োজনী বোৱাৰীয়েই অৱস্থাপন্ন ঘৰৰ। উপচি পৰা যৌতুক আনিছে—দেখি সকলোৰে চকু থৰ হৈ যোৱাকৈ। আনি কৰিছে কি—চব লোকচান!

তলা বন্ধ কৰি তেওঁ বহি পৰে। তেওঁ যৌতুকত আনিছিল কি! মনত পেলাব খোজে। কাঁহৰ লোটা-ঘটি-থাল-বাতিৰ বাহিৰে পীৰা দুখন, শোৱা পালেংখন আৰু সৰু বাকচ এটাৰ ওপৰত আইনা এখন। তাকে গোটাবলৈ দৰিদ্ৰ পিতৃৰ কি কষ্ট হৈছিল!

দুখীয়া হৈ জন্ম লৈছিল তেওঁ। দাৰিদ্ৰ্যৰ মাজতে উমলি-জামলি শিশুকাল পাৰ কৰিছিল। তাক তেওঁ অভিশাপ বুলি নাভাবিছিল। সেয়াই সকলোৰে স্বাভাৱিক জীৱন বুলি ভাবিছিল। ধনী মানুহ জোঁৱাই পাইছে বুলি তেওঁৰ দেউতাকে অতি যত্ন কৰি বস্তু কেইপদ যোগাৰ কৰিছিল। দুখীয়া দৰা হোৱা হ'লে সেই কেইপদ বস্তুও নিদিলেহেঁতেন। ধনী মিতিৰ হ'লে খোজ মিলাই চলিবই লাগিব। কিন্তু সেই কষ্টোপাৰ্জিত বস্তু কেইপদ আছি শাহুৰ ঠাট্টাৰ বিষয় হৈ পৰা দেখিহে তেওঁ আচৰিত হ'ল। তেওঁ পিতৃগৃহত তিনিসাজৰ বাবেই যদি চাউল জমা হৈ থাকে সেয়াই বহুত বুলি ভাবিছিল। ইয়াত বস্তাই বস্তাই চাউল। ডাইল, আলু, পাচলি, আটা, জা-জলপান, গাখীৰ—সকলোৰে উভৈনদী। তেতিয়াহে তেওঁ অনুভৱ কৰিলে। পৃথিৱীত ধনী আৰু দুখীয়া—দুই শ্ৰেণীৰ মানুহ আছে।

দুখীয়া হোৱাৰ যে কি যন্ত্ৰণা শাহুৰ ঠাট্টা-মস্কৰাৰ পৰাহে তেওঁ উপলব্ধি কৰিছিল। প্ৰতি কামতে আঁসোৱাহ, প্ৰতি কথাতে ঠাট্টা। তেনে দিনবোৰত তেওঁ নীৰৱে চকুপানী টুকি ভাবিছিল, দেউ আপুনি মোলৈ দুখীয়া বামুণৰ ল'ৰা এটা বিচাৰি নেপালেনে? সুখত ৰাখিম বুলি আপুনি মোক জীয়া জুইতহে পেলালে।

মুখ ফুটাই কিন্তু তেওঁ কোনো দিনে কাকো একো অভিযোগ কৰি

নেপালে। ইহঁতৰ দেউতাককতো ডাঙৰজনী ছোৱালী আইজনী জন্ম হোৱালৈকে দিনত ভালকৈ দেখাই পোৱা নাছিল বুলিব পাৰি। আইজনী পাঁচবছৰীয়া হৈ গ্ৰহণীত ঢুকাল।

তেতিয়া ঘৰ এইটো নাছিল। টিনৰ ঘৰেই—কাঠৰ বাটাম লগোৱা, চূন দিয়া। সেই দিনত সেইটো ঘৰো ধেমালী নাছিল। শাহু-শহুৰ, স্বামী, তিনিজন দেৱৰ, এজনী ননদও তেতিয়া তায়ো আছিল। ক্ৰমে ক্ৰমে ইজনৰ পিচত সিজনকৈ দেৱৰে বিয়া কৰালে, তেওঁ পুৰণি হ'ল। ইটোৰ পিচত সিটোকৈ ইজনীৰ পিচত সিজনীৰ কোলালৈ কেচুৱা আহিল। বৰ বোৱাৰী যে টোকোনা ঘৰৰ—কথাটো লাহে লাহে তল পৰিল।

দিনবোৰ বৰ বেগাই পাৰ হ'ল নেকি বাৰু? চব কথা দেখোন সৌ-সিদিনা ঘটা যেন লাগিছে। ইহঁতৰ দেউতাকৰ মৃত্যু, ককাই-ভাই বেলেগ হোৱা চব ঘটনা দেখোন চকুৰ আগত। যি শাহুৱে তেওঁক চকু পাৰি দেখিব নোৱাৰিছিল, সেই শাহুৱে মৰাৰ আগতে তেওঁক জোলোকা জোলোকে শিকালে। ছবছৰ দিন ধৰি বিচনাতে শৌচ-প্ৰস্ৰাৱ, খোৱা-বোৱা সকলো। তেওঁ কোলাৰ কেচুৱা এৰি শাহুৰ শৌচ-প্ৰস্ৰাৱ উকটিলে। মৰিবৰ সময়ত শাহুৱে আশীৰ্বাদ দি গৈছে—"তোৰ সুখ হ'ব আই। তই মোৰ কাৰণে বহুত কৰিলি।"

আশীৰ্বাদ দিলে মানুহ সুখী হয় নেকি? শাও দিলে সঁচাকৈয়ে ফলিয়ায়নেকি? তেওঁ বহুতবাৰ বহুতৰ আশীৰ্বাদ পাইছে। চকুৰ ছকুল ওপচাই শান্তি কৰাই এইখন ঘৰলৈ আনিবৰ সময়ত দেউতাকে আশীৰ্বাদ কৰিছিল—"ঈশ্বৰে তোক ভালে ৰাখিব আই, তই সুখী হবি।" ভৰ দুপৰীয়া ভোকাতুৰ তৃষ্ণাতুৰ খোজনীয়াক ভোক পলুৱাই খাবলৈ দি অবাঞ্ছিতভাৱে পাইছে বহুত আশীৰ্বাদ। মৰিবৰ সময়ত তেওঁক আটাইতকৈ বেয়া পায় বুলি ভবা শাহুৱেকেও আশীৰ্বাদ দিছে—"তোৰ সুখ হ'ব আই।"

তেওঁৰ জীৱনত এই আশীৰ্বাদবোৰ ফলিয়ালেনে?

তেওঁনো কিহৰ অসুখী? আটাইকেইটি ল'ৰা-ছোৱালীয়েই ভালদৰে বিয়া হৈ গৈছে ডাঙৰ পৰিয়ালৰ ভাল পাত্ৰ-পাত্ৰীৰ লগত। সকলোটি

ভালে আছে। ধন-টকা-পয়চা বা খোৱা-বোৱাৰ বাবে তেওঁ কোনো দিন চিন্তা কৰা নাই—কৰিব লগা হোৱা নাই।

এইবোৰ তেওঁ বিভিন্ন সময়ত লাভ কৰা আশীৰ্বাদবোৰৰে ফলনেকি?

কিন্তু তেওঁ জানো সঁচাকৈয়ে সুখী? তেনেহলে তেওঁৰ সুখ কেতিয়া হ'ব? পৰজন্মত? এইবোৰ সঁচানে মিছা? তেওঁ একো নেজানে। একো নেজানে। স্বৰ্গবাস, পৰজন্ম—এইবোৰ মানুহে কোৱা কথাহে—তেওঁৰ বাবে অজ্ঞান জগত। কিন্তু ইহজন্মত যিবোৰ ঘটি আছে, চলি আছে সেইবোৰ তেওঁৰ অভিজ্ঞতা। তেওঁৰ বাবে সেইবোৰ সত্য।

পিয়নটোৱে চিঠি এখন দি গ'ল। আখৰ কেইটা দেখিয়েই তেওঁ বুজিলে তেজপুৰৰ পৰা সৰু জীয়েক পূৰ্ণিমাই দিছে। তেওঁ আখৰ পঢ়িব জানে। কিন্তু গোট গোট ছপা আখৰহে চিনি পায়। পূৰ্ণিমাৰ হাতৰ পাক লগা আখৰৰ চিঠিখন পঢ়োতে তেওঁৰ কষ্ট হয়। চিঠিখন পঢ়ি শুনাবলৈ কাকো নেপাই তেওঁ পাকঘৰৰ মিট্‌চেফটোৰ ওপৰতে থৈ জুইৰ ওপৰত উতলি পৰিব খোজা গাখীৰৰ চচপেনটো নমাবলৈ গৰম কেৰাহী নমোৱা সৰু কাপোৰৰ টুকুৰাটো বিচাৰিলে। তেনেতে 'বৰবৌ কি কৰিছে' বুলি আৰতি পিচফালৰ দুৱাৰেদি সোমাই আহিল। আহিয়েই মিটচেফৰ ওপৰত চিঠিখন দেখি ক'লে, অ' এইখন চিঠি কাৰ?

—পূৰ্ণিমাই দিছে হ'বলা। গাচোন গা।

ক্লাচ নাইনত পঢ়া আৰতিয়ে সলসলিয়াকৈ চিঠিখন পঢ়া গ'ল। তেওঁ আৰতিৰ মুখলৈ চাই প্ৰতিটো শব্দ মনোযোগেৰে শুনি গ'ল। তাৰ পিচত সৰুকৈ নিশ্বাস এটা এৰি ক'লে, সিহঁতে তেনে অহাৰ কথা লিখা নাই।

—নাই। বন্ধৰ পিচতে পাপুহঁতৰ পৰীক্ষা আছে বুলিহে লিখিছে।

—এবা ল'ৰা-ছোৱালীৰ পঢ়া-শুনা এৰিনো কেনেকৈ গুচি আহে। তাতে সিহঁতৰহে স্কুল বন্ধ। অতুলৰতো অফিচ খোলা। ঘৰখনৰ দায়িত্বও কম দায়িত্ব নহয়। তেওঁ জীয়েকক সমৰ্থন কৰিলে। তাই যে চিঠি এখোখনকে দি থাকে। ছোৱালী কেইজনীয়েই যি মাকলৈ হেপাহ কৰে

ল'ৰাকেইটাতকৈ। কৰিলে কি হ'ব! সিহঁতে কৰোঁ বুলি একো কৰিব নোৱাৰে। হওঁক তাই ভালে আছে।

যদিও তেওঁ চিঠিখনৰ প্ৰতিটো শব্দ শুনিছিল তথাপি তেওঁ আকৌ সুধিলে, অতুলৰ প্ৰমোচনৰ কথা একো লিখা নাইনে?

—ভিনদেউ অফিচৰ কামত গুৱাহাটীলৈ যোৱাৰ কথাহে লিখিছে, প্ৰমোচনৰ কথা লিখা নাই দেখোন।

—হ'ব। তাৰ প্ৰমোচন এটা হোৱাৰ কথা আছে।

তেওঁ গাখীৰখিনি মিটচেফৰ ভিতৰত ভৰাই থলে।

—তই কিবা এটা খাবনে?

নেখাওঁ মই ভাত খাই আহিছোঁ। আৰতিয়ে আবেলি স্কুলৰ পৰা আহি ভাত খায়।

—হোঁ, তই নাৰিকল ককিছিলি নহয়; লাডু খোৱাই নাই! খা এটা।

তাই হাত পাতি নাৰিকলৰ লাডুটো ললে। ছুয়োজনী পাকঘৰৰ পৰা ওলাই আহিল। ছুৱাৰৰ শিকলিডাল লগাব খোজোতে তেওঁ যেন শুনিলে বাহিৰত কোনোবাই গল হেকাৰি মাৰিছে। খৰধৰকৈ তেওঁ ওলাই আহিল। পাকঘৰৰ পৰা আগফালৰ বাৰান্দালৈকে ভালেখিনি বাট আহিব লাগে। তেওঁৰ পিচে পিচে আৰতিও বাহিৰ পালেহি। বাহিৰত এজন বুঢ়া মানুহ বৈ আছে। বৃদ্ধৰ মুখত দাৰিদ্ৰ্যৰ আভাস। কানি-কাপোৰেও তাকে প্ৰকাশ কৰে। কেতিয়াবা এনে লোকে এমুঠি ভিক্ষা বিচাৰিও আহে। তেওঁৰ মুখত 'কি লাগে' বুলি ওলাইছিলেই। পিচে হাতত কোনো ভিক্ষাৰ সঁজুলি নাই বাবে 'কাক লাগে' বুলি সুধিলে। মানুহজনে কিবা এটা ক'বলৈ বুলি মুখখন মেলি হঠাতে বৈ গ'ল। তাৰ পিচত বুঢ়াৰ চকু ঠিক ছুৱাৰদলিৰ ওপৰতে লিখা 'আনন্দালয়' আখৰকেইটাত বৈ গ'ল। হয় হয় মানুহজনৰ নাম আনন্দ ভট্টাচাৰ্য্য আছিল। তেওঁৰ নামেৰেই ঘৰটোৰ নাম 'আনন্দালয়' ৰখা হৈছে। বুঢ়া মানুহজনৰ ওঁঠত অকণ হাঁহিৰ আভাস দেখা গ'ল।

—মোক চিনি পাইছানে বাক?

মানুহজনৰ কথাত তেওঁ দস্তুৰমত আচৰিত হ'ল।

—তুমি জানো স্বৰ্ণ নোহোৱা ?

—যোগেন ককাইদেউ! তুমি ক'ৰপৰা ওলালাহি ? আহাঁ আহাঁ বহাঁ।

তেওঁ মানুহজনক আস্তব্যস্তকৈ বহুৱালেহি। বিচনি এখন আনি দিলে।

—মই তোমাক চিনিকে পোৱা নাছিলোঁ। তুমি বাৰু এনেকৈ বুঢ়া হ'ব লাগেনে ? তেওঁ ক'লে।

—অৱস্থাই কৰিছে অ' স্বৰ্ণ। যোগেন ককাইদেউৰ মুখৰ পৰা হুমুনিয়াহ এটা ওলাই আহিল।

তেওঁ এটা দ্বীপত নিৰাপদে অৰ্থকড়িৰ চিন্তাৰ পৰা মুক্ত হৈ বাস কৰিছে যদিও চৌপাশৰ পৃথিৱীখন তেওঁ দেখিছে ভাত-কাপোৰৰ চিন্তাই মানুহক কেনেকৈ ক্লিষ্ট-পিষ্ট কৰি আনিছে। এই দাৰিদ্ৰ্য তেওঁ অনুভৱ কৰিছে।

—পানীয়ে আমাক পেপুৱা কৰিছে। নাজল নাথল অৱস্থা। তাৰ ঘৰ-বাৰী বেচি এইফালেহে ক'ৰবাত মাটি অকণ ল'বৰ মনটো আছিল ; পিচে সেইবোৰনো লয় কোনে!

আৰতি তেওঁৰ পিচফালে বৈ আছিল। তেওঁ ক'লে, যাচোন আৰতি জুই আছেই। পানী অকণ ওপৰত তুলি দেগৈ। মই গৈছোঁ।

আৰতি সোমাই গ'ল। মানুহজনে সুধিলে, ছোৱালীজনী তোমাৰ নাতিনীনেকি ?

—নাতি নহয় ; ভতিজা জীহে হয় সম্বন্ধত। ওচৰৰে! আহিমেলি থাকে ; মোৰ লগ এটাৰ দৰে হয়।

—অ' তোমাৰ সংসাৰৰ কথা সোধাই নাই নহয়।

—ল'ৰা দুটা, ছোৱালী তিনিজনী। দুজনী ছোৱালীৰ পিচত ল'ৰা দুটা। তাৰ পিচত সৰুজনী ছোৱালী।

—বিয়াবাৰু ?

—ছোৱালীও দিলো ল'ৰালৈয়ে আনিলোঁ। ডাঙৰটো ল'ৰা থাকে গুৱাহাটীত, সৰুটো নগাৱঁত। পৰিয়াল লগতে থাকে।

—অ' তুমি তেনে অকলেহে থাকাঁ।

—এৰা অকলে।

—ভাল দেখিছো তোমাৰ গৃহস্থীখন। মোৰ ডাঙৰ ল'ৰাটো হানি হ'ল নহয়।

তেওঁ যোগেন ককাইদেউৰ মুখলৈ চালে। তেওঁ সান্ত্বনাৰ ভাষা একো বিচাৰি নেপালে। নাই যোগেন ককাইদেউক সান্ত্বনা দিব লগা অৱস্থা হোৱা নাই। এটা সাধাৰণ খবৰ দিয়াৰ দৰেই তেওঁ পুত্ৰৰ মৃত্যু সংবাদ দিছে।

—বিয়া কৰাবৰ বয়স হৈছিল। ছোৱালীও চাইছিলো। দুদিনা অসুখতে গ'ল।

—তুমি আহিছিলা কেনি এইফালে?

—বৰবালিলৈ মোৰ মাজু ছোৱালীজনী পৰিছে নহয়। তাইৰ তালৈকো বহুত দিন অহা নাই। তাইৰ ওচৰলৈ আহিছিলো তেতিয়াহে মনত পৰিলে বোলো স্বৰ্ণৰ ঘৰো এইফালেই আছিল নহয়। সুখি-দুখি ওলালোঁহি আৰু।

—তোমাৰ ছোৱালী বৰবালিলৈ পৰিছে? কাৰ ঘৰ?

—বাপুকণ শৰ্মাৰ ল'ৰালৈ। দয়ানাথ শৰ্মা জোৱাঁইৰ নাম। এল. প. স্কুলৰ মাষ্টৰ কৰে।

তেওঁৰ কোনো বাপুকণ শৰ্মা বা দয়ানাথ শৰ্মাক চিনি পোৱা যেন নালাগিল।

—তুমি চিনি নাপাবা আগৰ মাজুলীৰ মানুহ। উত্তৰ পাৰলৈ। উঠি অহা বেচি দিন হোৱা নাই।

তুমি অকণমান বহাঁচোন বুলি তেওঁ ভিতৰলৈ আহিল যোগেন ককাইদেৱে ক'লে, মই আকৌ চাহ নেখাওঁ দেই গৰম পানীহে খাওঁ।

পাকঘৰত আৰতিয়ে আলহীক খাবলৈ দিবলৈ পীৰা পাৰি সাজু কৰি তেওঁ অহালৈ বাট চাই আছিল। কেটলিত পানী বকবক কৰি উতনি আছিল। তেওঁ বাতি এটাত কেইটামান আখৈ অলপ এৰাঁ গাখীৰ আৰু দুটা চেনিচম্পা কল দিলে।

আৰতিক ক'লে, তই পানীকণ ৰাকচোন। গাখীৰ পানীহে খাব

দেই। তাৰ পিচত তেওঁ বাহিৰলৈ গৈ মানুহজনক মাতি আনিলে—ককাদেউ আহঁাচোন ভিতৰলৈকে। যোগেন ককাইদেউ তেওঁৰ পিচে পিচে আহি ঘটিটো দাণ্ডি লৈ পিচফালে হাত-মুখ ধুই পীৰাত বহিল। তেওঁ বানবাতি এটাত গাখীৰ পানী অকণ আৰু এখন পানখোৰাত দুটা তিলপিঠা আৰু এটা নাৰিকলৰ লাড়ুও দিলেহি।

—এঃ বহুত দিলা দেখোন।

—একো দিয়া নাই, খোৱাঁ।

আৰতিয়ে তামোল কটা আৰম্ভ কৰিছিল ইতিমধ্যে। তাই সুধিলে, ববৌ তামোল খুন্দিব লাগিব নেকি ?

অঁ খুন্দিব নেলাগে, অকণমান পতহিয়াই দিবা—যোগেন ককাইদেৱে ক'লে।

যোগেন ককাইদেউ যাবলৈ ওলাল। তেওঁ আগবঢ়াই দিলে। চোতালত ৰৈহে বকুল গছত আওজাই থোৱা চাইকেলখন তেওঁ দেখিলে।

—তুমি চাইকেল লৈ আহিছিলা ?

—জোৱাঁইৰ চাইকেলখনকে লৈ আহিলোঁ।

—তুমি যে ইমান বাট চাইকেল কৰিব পৰা হৈ আছা !

—অঁ কষ্ট কৰিব পৰা মানুহ, কষ্ট কৰি আছোঁ আৰু। বাৰু আহিছোঁ স্বৰ্ণ। আৰতিক উদ্দেশ্য কৰি ক'লে, আহিছোঁ মা।

ভাল বাৰু—আৰতিয়ে ক'লে।

বেলি ডুবি আহিল। লাহে লাহে আন্ধাৰ হ'ল।

আজিও তেওঁৰ বিচনাত চকু জাপ নোখোৱা হ'ল। যোগেন ককাইদেউ যোৱাৰ পিচত আৰতিয়ে সুধিছিল, ববৌ তাৰমানে আপোনাৰ নাম স্বৰ্ণনেকি ? আজিহে জানিলোঁ।

তেওঁ নিজেই পাহৰি গৈছিল নিজৰ নামটো। বহুত বছৰ আগতেই ল'ৰালিকাল শেষ হৈ কিশোৰ কালত প্ৰৱেশ কৰোঁতে এইখন ঘৰত ভৰি দিয়াৰ লগে লগেই তেওঁৰ পৰিচয় হেৰাই গৈছে। যোগেন ককাইদেউ আহি আজি সেই পুৰণি দিনবোৰ মনত পেলাই গ'ল। তেওঁৰ ল'ৰালি

কাল। টুনি নৈৰ পাৰত খেলা যেন এজাক বালিমাহী চৰাই উৰা মাৰি গ'ল। নাহে আৰু কাহানিও নাহে। তেওঁৰ মাক-দেউতাক কাহানিবাতে স্বৰ্গবাসী হৈছে। আপোন বুলিবলৈ আছে ভায়েক এজন—তেওঁ আজি-কালি যোৰহাটত থাকে। আগৰ অৱস্থা নহয়; এতিয়া ভাল অৱস্থা। কিন্তু যোগেন ককাইদেউৰহে। যোগেন ককাইদেউৰ অৱস্থা যেন দিনক দিনে বেয়া হৈ আহিছে। আগৰ এমুঠি খাই-বৈ টুকটাককৈ চলি আছিল। সেই দিন আৰু এই দিন বদলি হ'ল নহয়। আগৰ যিখিনি মাটিবাৰী হ'লে খাই-বৈ চলি থাকিব পাৰি, আজিকালি সেইখিনিৰ সেই-দৰে চলিব নোৱাৰি। তাতে এতিয়াৰ মাজুলী আৰু আগৰ মাজুলীৰ তফাৎ আছে। সেইদিন মাছে গাখীৰে উভৈনদী আছিল। এতিয়া সেইবোৰ সাধুকথা হ'ল। বানপানীয়েও মানুহটোক জ্বলা-কলা দেখুৱাইছে। কিছুমান মানুহে কেৱল দুখ পাবলৈকে জীয়াই থাকে। ভৰ ডেকা ল'ৰা এটা ঢুকাইছে। এইটো মানুহজনে কম শোক পাইছেনে! তেওঁৰ বাবে পুত্ৰ বিচ্ছেদেই অসহ্যকৰ হৈছে—আৰু পুত্ৰৰ মৃত্যুশোক? নালাগে নালাগে সিহঁত দূৰতেই থাকক। কিন্তু ভালে থাকক—এয়ে ভাল।

মিঠাৰাম এতিয়াও শোৱাহি নাই। আলিবাটত বাঁহী বজাই ফুৰিছে। মিঠাৰামে এনেকৈ ৰাতি বাঁহী বজালে তেওঁৰ প্ৰাণটোৱেও ইনাই-বিনাই কান্দে। ক'ৰবাত যেন অদৃশ্যভাৱে কোনোবাই চিৰন্তন বাঁহী বজাই আছে। সেই বাঁহীৰ সুৰত মানুহে কান্দিছে, হাঁহিছে। কাৰ বাঁহী? কৃষ্ণৰ? কিন্তু মিঠাৰামে ক'ত শিকিলে বাঁহী বজাবলৈ? মিঠাৰামৰ গাত কৃষ্ণৰ অংশ আছেনেকি? ভগৱান সকলোৰে অন্তৰত থাকে বোলে। কুকুৰ-শৃগাল-গৰ্দভৰো আত্মাৰাম। সকলোৰে অন্তৰ সুন্দৰ আছে—অপ্ৰকাশভাৱে। মিঠাৰামৰ বাঁহীৰ সুৰত সুন্দৰ প্ৰকাশ পাইছে।

'কুকুৰ-শৃগাল-গৰ্দভৰো আত্মাৰাম' বুলি ভাবিলেও তেওঁ কিন্তু কোচ মানুহৰ ল'ৰা মিঠাৰামক চাহকণ দিওঁতে ওপৰৰ পৰাহে ঢালি দিয়ে। চিন্তা আৰু কৰ্মৰ তফাৎ পৰম্পৰাগতভাৱে তেওঁৰ ভাৱনা আৰু কামতো দেখা যায়। কমীয়ে, তেওঁৰ নাতিনী কমীয়ে এইটো পছন্দ নকৰে।

পছন্দ নকৰিলেও নকৰিবি আই, আমি এইধৰণে চলি আহিলোঁ—এই দৰেই মৰিম। তইঁতে কেনেকৈ মন যায় জীয়াই থাকিবি। সেই দিনতো আহিয়ে গৈছে। তেওঁৰ শাহু অথবা বুঢ়ীশাহুৰ জীৱনধাৰণৰ পদ্ধতি আৰু তেওঁৰ জীৱনধাৰণৰ পদ্ধতিৰ মাজত তেনে কোনো পাৰ্থক্য নাই। ধুতিগাবে ৰন্ধা-বঢ়া কৰা, খোৱা ; আউসী একাদশীৰ উপবাস। কিন্তু তেওঁৰ আৰু তেওঁৰ বোৱাৰীৰ মাজত এটা ডাঙৰ পাৰ্থক্য আহি গৈছে। তেওঁৰ পৰা তেওঁৰ বোৱাৰীয়ে এটা ডাঙৰ জাপ মাৰিছে—যাৰ বহুখিনি তেওঁ সহজে মানি ল'ব পৰা নাই। তেওঁৰ সৰু বোৱাৰী তৃষ্ণা—তাই বোলে চুৱানিকা, ধুতি-নীতি একো নামানে। ঘৰত কাম কৰা আহোমৰ ল'ৰাটোৱে ভাতো ৰান্ধে। তাইনো কিয় নিজহাতে ৰান্ধি গিৰিয়েক আৰু ল'ৰাছুটাক খাবলৈ দিব নোৱাৰে বুজি নাপায়। নিজ হাতে ৰান্ধি-বাঢ়ি নিজৰ মানুহটোক, ল'ৰা-ছোৱালীক খুৱাব পৰাত কি তৃপ্তি আছে তইঁতে কি বুজিবি! গালে মুখে ৰং সানি সাজিকাচি বহি থাকি তইঁতে বেচি তৃপ্তি পাৱ। বৰ বোৱাৰী অঞ্জুক অৱশ্যে বৰ এটা দোষ দিব নোৱাৰি। তাইৰ নিজৰো এটা চাকৰি আছে বাবে দিনত ভাত-কেইটা বাহিৰা ছোৱালীজনীয়েই ৰান্ধে। ৰাতি পাৰিলে নিজেই ৰান্ধে। নিজে ধুতি-নীতিৰ বৰ এটা বিচাৰ নকৰিলেও নীতি-নিয়মত থকা মানুহৰ কাৰণে বেলেগ ব্যৱস্থা ৰাখিছে। যুগটোৱে যেন এটা দীঘল জাপ মাৰিছে।

তেওঁ যেতিয়া বোৱাৰী আছিল, জাপ জাপ কাঁহি-বাতি ধুব লগা হৈছিল দিনটোত। তাতো যদি ক'ৰবাত কৰাল কণিকা থাকে শাহুৱেকে কব—ক'ত শিকিছিলি এনেকৈ কাম কৰিবলৈ? যা আকৌ ধুই আন। আকৌ কাঁহিবাতি জাপ ঘঁহি ধুব লগা হয় ভৰ দুপৰৰ ৰ'দটো পিঠিত পেলাই। বয়সনো কিমান আছিল তেওঁৰ তেতিয়া। তেওঁ জানো তেওঁৰ বোৱাৰীৰ আগত সেইখিনি কৰ্তৃত্ব চলাব পাৰিব? বোৱাৰীয়েই বা মানি ল'ব কেলেই?

পৰিবৰ্তন এটা সকলোতে আহি গৈছে। সমাজৰ ৰুচী-অভিৰুচী সদায়ে পৰিবৰ্তনশীল। কিন্তু এই পৰিবৰ্তনে যেন পাৰিবাৰিক জীৱনতো

প্ৰভাৱ পেলাইছে। এই পৰিবৰ্তন ভালৰ নে বেয়াৰ তেওঁ একো ঠিৰাং কৰিব নোৱাৰিলে। অন্ততঃ তেওঁৰ দৰে পুৰণি আচাৰ-সংস্কৃতিক খামুচি থকা লোকক ই বহুখিনি আহত কৰিছে মানসিকভাৱে।

মাজুজনী ছোৱালী লক্ষ্মীমাক বিয়া দিয়াৰ আগতেই তেওঁলোকৰ ককাই ভাইবোৰ বেলেগ হৈছিল। অৱশ্যে বেলেগ হওঁতে তেনে কোনো মনোমালিন্য হোৱা নাছিল। সৰুজন দেওৰেকে হাৰমতী বাগানত কাম কৰিছিল আৰু তেতিয়াই ঘৰ বনাইছিল লক্ষীমপুৰ টাউনত। ৰিটায়াৰ হোৱাৰ পিচত তেওঁলোক পুৰণি ঘৰলৈ ঘূৰি নাহিল। নতুন ঘৰলৈকে গ'ল। সৰু মাজুজনে যোৰহাটত থকা মাটিত কিছুমান ভাড়াঘৰ সজাইছিল। তেওঁৰ একমাত্ৰ পুতেকে তাতেই চাকৰি কৰিবলগীয়া হোৱাত মাক-দেউতাকো তালৈকে গুচি গ'ল। বৰজন দেৱৰৰ দোকান আছে। তেওঁ বিপত্নীক। দুই পুত্ৰই বিয়া কৰি বাহিৰতে আছে। তাতে মাটিবাৰীও লৈছে। বুঢ়াৰ বয়স হৈছে যদিও স্বাস্থ্য ভালে আছে। তেওঁৰ কাম হৈছে দিনটো দোকানত বহি থকা। দোকানত বিক্ৰিদাৰ আছে দুজন তিনিজন। মাৰোৱাৰী সম্প্ৰদায়ৰ লোকসকলৰ লগতহে তেওঁৰ বেচি হলিগলি। তাৰ বাহিৰে সংসাৰৰ কাকো যেন চিনি নেপায় তেওঁ। আনকি আত্মীয়-কুটুম্বকো।

গিৰিয়েক আনন্দ ভট্টাচাৰ্য্যাই সাজি থৈ যোৱা প্ৰকাণ্ড ঘৰখন তেওঁৰ ভাগতেই পৰিল। তেওঁৰ উপাৰ্জনৰ বাবে যথেষ্ট খেতিৰ মাটি আছে। আধি দিয়ে যদিও তেওঁ যথেষ্ট ধান-মাহ আৰু সৰিয়হ বিক্ৰি কৰিব পাৰে। তাৰ উপৰি আছে বৃহৎ বাৰীখনৰ পানতামোল নাৰিকল গছবোৰ, য'ৰ উপাৰ্জনৰ অংকও মোটা। লগত থাকিল লক্ষ্মীমা-পূৰ্ণিমা, কলেজত পঢ়া পোনা আৰু বাবুল। অৱশ্যে সিহঁতে মেচত থাকি লৈছিল। লক্ষ্মীমাক বিয়া দিয়াৰ পিচতে পোনাৰ বিয়াখন পতাৰ চিন্তা কৰিছিল। সি ইতিমধ্যে চাকৰিত সোমাইছে। কিন্তু নানা কাৰণত তাৰ বিয়াখন দুবছৰ চেষ্টা কৰিও হৈ নুঠিল। তাৰ পৰিবৰ্তে তেওঁ দৰা এটা পাই পূৰ্ণিমাকহে বিয়া দিবলৈ উঠি পৰি লাগিল। পূৰ্ণিমাৰ বিয়াৰো দেৰবছৰ পিচতহে পোনাৰ বিয়াখন হৈ উঠিল।

ববৰোৱাৰীক তেওঁৰ ভালেই লাগিল। স্বাস্থ্য চেহেৰা ভাল। কলেজীয়া শিক্ষা-দীক্ষা থকা ছোৱালী। অঞ্জুৱে শাহুৱেকক মৰম লগাব জানিলে। বিয়াৰ পিচত ছমাহমান থাকিল অঞ্জু তেওঁৰ লগত। তাইৰ খোজ-কাটল, স্বভাৱ-চৰিত্ৰ, সাজ-পাৰ সকলো মাৰ্জিত আৰু তেওঁ সেইবোৰ পছন্দ কৰে। শাহুৱেকৰ প্ৰতি তাই বিশেষ যত্ন লয়। ছোৱালী কেই-জনীক উলিয়াই দিয়াৰ পিচত সকলো দায়িত্ব নিজৰ ওপৰত পৰিছিল। অঞ্জু আহি সেই দায়িত্ব কান্ধ পাতি লোৱাত সকাহ পালে তেওঁ।

বিয়াৰ পিচত পোনাই আগৰ মেচ এৰি ভাড়াঘৰ ললে। এবাৰ আহি অঞ্জুক লৈ গ'ল। নিয়ক নয়ে নয়ে কিছুদিন লগত ৰাখক। তেওঁ ইমান কঠোৰ শাহু হ'ব নোখোজে যে সিহঁত হালক বেলেগ বেলেগ ৰাখিব। আগৰ দিনত নতুন স্বামী-স্ত্ৰী ভেটা-ভেটি হোৱাটোও যেন লাজৰ কথা। কথা পতাটো অপৰাধৰ কথা। কিছুদিন পিচত পোনাৰ পৰা এখন চিঠি আহিল—অঞ্জুৱে এখন ছোৱালী হাইস্কুলত এটা চাকৰী পাইছে। তেওঁ ভবা নাছিল, অঞ্জুৱে চাকৰি বিচাৰিব অথবা চাকৰি কৰিব। তেওঁৰনো কিহৰ অভাৱ যে বোৱাৰীয়ে গৈ চাকৰি কৰি ধন ঘটিব লাগে। এৰা, ইহঁতবোৰক পালেও নোজোৰে। তেওঁৰ বৰ ছোৱালী নীলিমাই প্ৰায়মাৰী স্কুল এখনত কাম কৰে। কিন্তু অভাৱৰ কাৰণে। তেওঁ নীলিমাক অৱস্থাপন্ন জোৱাঁইলৈ বিয়া দিব নোৱাৰিলে। সেয়ে নীলিমাই চাকৰি কৰিব লগা হৈছে। নীলিমাৰ যথেষ্ট কষ্ট হয়—চাকৰি কৰি ঘৰ চলোৱা। আনহাতেদি ল'ৰা-ছোৱালীও তাইৰ পাঁচোটা। কিন্তু অঞ্জুৰতো টকা-পইচাৰ অভাৱ হোৱা নাই।

কমী আছিল সেইদিনা। টকা-পইচাৰ কথা নহয় আইতা। ঘৰুৱা কামৰ জঞ্জালৰ মাজত আজিৰ বোৱাৰীয়ে সোমাই থাকিব নিবিচাৰে। তেওঁলোক মুকলিলৈ ওলাব বিচাৰে। এয়া পৰিবৰ্তন।

—এঃ ঘৰুৱা জঞ্জাল! আজিকালি ঘৰুৱা জঞ্জাল বুলিবলৈ একেবাৰেই নাই। সকলো কামেই সহজ হ'ল। আগৰ দিনত আমি কি কষ্ট কৰিছিলোঁ।

—সহজ হ'লেও ঘৰৰ মাজৰ বন্দিনী অৱস্থাৰ পৰা মুকলিলৈ ওলাব বিচাৰে। পুৰুষৰ সমানে খোজ দিব বিচাৰে।

এই কথাটো আজিকালি বহুতে কয়। কেতিয়াবা আইদেউৰ বুলনি শুনিবলৈ বুলি ৰেডিঅ'টো খুলিলে নাৰী-পুৰুষৰ সমান অধিকাৰৰ বিষয়ে টেংটেঙীয়া মাতৰ মানুহ একোজনীয়ে জোৰ দি দি কথা কয়। কমীয়েও কৈছে।

কিন্তু তেওঁ ভাবি নাপায়। পুৰুষ আৰু তিৰোতা সমান হয়নে নহয়। অথবা তিৰোতা কেতিয়াবা পুৰুষৰ সমান হ'ব পাৰিবনে নোৱাৰে।

কমীয়ে কিন্তু তেতিয়া ভাবিছিল। চাকৰিৰ এনে মহঙা দিনত কমীয়েনো কেনেকৈ ইমান সহজতে চাকৰিটো পালে!

সৰু বোৱাৰী তৃষ্ণাক বাবুলে নিজে পছন্দ কৰি বিয়া কৰাইছে। ঠিক পছন্দ কৰা নহয়, জালত পেলাইছে বাবুলৰ শহুৰেক-শাহুৱেকে। অৱশেষত বিয়া কৰাবলৈ বাধ্য হ'ল বাবুল।

তৃষ্ণাৰ হাৱ-ভাৱেই বেলেগ। প্ৰথমৰপৰাই তেওঁ অনুমান কৰিছিল তৃষ্ণা তেওঁৰ লগত থাকিব নোৱাৰিব। গালে-ওঁঠে এসোপা ৰঙৰ প্ৰলেপ; চকুৰ চেলাউৰি আৰু নোম পৰ্যন্ত কৃত্ৰিম। কোনো কাম কৰিব নেজানে। চাহ কৰিব লাগে—জুইত? নোৱাৰে, নোৱাৰে। এইবোৰ গাওঁ—ইমান হাবি-জংঘল! সন্ধিয়া হ'লেই বৰ ভয় ভয় লাগে। এইখন যেন অচিনাকী পৃথিৱী। তায়ো গুচি গ'ল। আঁতৰি গল। নীলিমা, লক্ষ্মীমা, পূৰ্ণিমা, পোনা, বাবুল সকলো আঁতৰি গ'ল। কোলাত উমলি আছিল, মৰম লগাইছিল, ডাঙৰ হৈছিল, ঘৰখন গুৱনি কৰিছিল—আজি নাই। ঘৰ শুদা, বুকু শুদা।

কমী আছে মাজে মাজে। নীলিৰ ছোৱালী কমী। বিশ্ববিদ্যালয়ত পঢ়িছে। নীলিৰো অভাৱৰ সংসাৰ। কোনোমতে পঢ়ুৱাইছে—ল'ৰা-ছোৱালী কেইটা মানুহ হওক বুলি। যদিও পয়চা-পাতি মুকলিকৈ খৰছ কৰিবলৈ নেপায় তথাপিও আটোমটোকাৰি নীলিৰ ঘৰখন। গিৰিয়েকেও সেই মাষ্টৰহে কৰে। গিৰিয়েকৰ মনটো ডাঙৰ। মহা খৰছী। সেই লৈ খালি ছয়েটাৰে খকা-খুন্দা লাগে। নহ'লে নীলিৰ সুখৰ সংসাৰ।

কেতিয়াবা আহি কমী এৰাতি দুৰাতি থাকি যায়। কিন্তু আজিকালি যেন কমীৰো সময় নাইকিয়া হৈছে। তাইৰ লগতে বহুত কথা পাতে। কথা নাপাতিলেও এনেয়ে দুয়োজনী বহি থাকিলেও ভাল লাগে তেওঁৰ। কমীক সকতে মাকে আইতাকৰ লগতেই ৰাখিছিল। প্ৰায় দেড়বছৰীয়া মানৰ পৰা। তেতিয়াও তাই বটলত গাখীৰ খায়েই আছিল। সেই বেলা বটলটোত এবটল গাখীৰ গধূলি শোৱাৰ সময়ত সাজু কৰি থবই লাগিছিল। বটলটো বিচাৰিলে বাকচৰ তলত হয়তো এতিয়াও ওলাব। বটল একৰাবৰ কাৰণে তেওঁ যে কিমান কষ্ট কৰিব লগা হ'ল। দুদিন তাই গাখীৰকে নেখালে জেদতে। তেয়োঁ নিদিয়াকৈ থাকিল। পিচত এটা নতুন 'খোকাবাবু' গিলাছ উলিয়াই দিলে বাকচৰ পৰা। সেইটো পোনাৰ অন্নপ্ৰাসনতে কোনোবাই দিছিল। কেইবাটাও গিলাছ উঠিছিল. সেইটো বাকচত আছিল। নতুন গিলাছ পাই কমীয়েও এসোহা দুসোহাকৈ গাখীৰ খোৱা আৰম্ভ কৰিলে। গাখীৰ খাই থাকোঁতে আইতাকলৈ চাই চকু জোৰ তিৰবিৰাই উঠে। তেওঁ গৰ্বৰ ভাৰ লৈ চাই থাকে। খালী গিলাছটো কমীৰ হাতৰ পৰা লৈ তেওঁ কয়—সেয়া দেখোন! ইহঁতে নেজানে ল'ৰা-ছোৱালীক ফুচুলাব।

পদূলীটো পাৰ হ'লেই স্কুলখন। চাবে ন বজাত কমীয়ে গৰম ভাত খাই যায়। যেতিয়া স্কুলত পানী খোৱা চুটি হয়, তেতিয়া তেওঁৰ ভাত খোৱা সময়। জিৰণীৰ ঘণ্টা মৰাৰ লগে লগে কমী দৌৰী আহে আইতাকৰ লগত ভাত এটোপা খাবলৈ। এইটো অভ্যাস তাইৰ ক্লাচ টেনলৈকে থাকিল। তেওঁ ধৃতি-নীতি মানি চলা মানুহ। কমীয়ো তেওঁৰ মতেই চলিছিল তেতিয়া। আবেলি ৰ'দত দিয়া কাপোৰবোৰ সামৰি আনোতে আইতাকৰ ভাত খাওঁতে পিন্ধা কাপোৰজোৰ পাকঘৰৰ নিৰ্দিষ্ট বহীডালত থৈ দিয়ে। গৰমৰ দিনত কমীৰ মুখখন ঘামচিৰে ভৰি পৰে। দৌৱাদৌৰি কৰি ফুৰে। খাপ মাৰি ধৰি তেওঁ টানি আনে—গৰমত চুলিকোচা মেলি ফুৰিছ! বহুৱাই লৈ চুলিকোচা পিচফালে টানি বান্ধি দিয়ে। কমীৰ মুখটো টনটনাই যায়। আৰ্টাখন চাই থকাতে তোৰ-

ভোৰাই উঠে। কপালখন কেনেকৈ টেলটেলকৈ ওলাই পৰিছে। আইতাজনীয়ে কি!

ক্লাচ টেনত পঢ়োতেকে তাই ইয়াত আছিল। তাৰ পিচত গুচি গ'ল। তেওঁৰ চকুত কমীৰ যেন বহুত পৰিবৰ্তন হ'ল। এই কেইবছৰত তাই বহুত গহীন হ'ল। আগৰ দৌৰিফুৰা চঞ্চলতা একেবাৰে নাই। সেই কমীয়ে এতিয়া তেওঁৰ ধৃতি-বিধৃতিবোৰ বৰ ভাল নেপায়। কয়, আইতা তোমাৰ বয়স হৈছে—অলপ এৰিবাচোন। স্বাস্থ্যটো ভাল হৈ আছে বুলিহে। স্বাস্থ্য বেয়া হ'লে কেনেকৈ ইমানবোৰ মানি থাকিবা? তেওঁ কয়—এইবোৰকে মানি আছোঁ বাবেই দেহাটো ভালে আছে। নহ'লে আজিকালি ডেকা-গাভৰু মানুহ কেনেকৈ বেমাৰী হৈ গৈছে দেখা নাই!

বিজয়াৰ ঘৰলৈ গৈছিল তেওঁ কমীৰ লগত। বিজয়াই পুটুক চিঞৰি আছে—আহচোন বেগতে মোঁৰ দেৰি হৈছে নহয়। স্কুলীয়া ভাত লাগে। তেনেতে তেওঁ সোমাই গ'ল কমীৰ লগত।

—কি হ'লনো?

—ল'ৰাটোক বুজিছেনে কোমোৰাটো কাটিবলৈ মাতি মাতি আনিব পৰা নাই। মোৰ দেৰী হোৱা নাই জানো!

—ই খুৰী-আইতাই কোমোৰাটোও কাটিব পৰা নাইনে? দিয়ক মোক—বুলি দাখনেৰে ঘপিয়াই কোমোৰাটো দুফাল কৰিলে। তেওঁ আৰু বিজয়াই একেলগে চিঞৰি দিলে, নেপায়, নেপায়; মাইকী মানুহে কোমোৰা কাটিব নেপায়।

—কিয়?

—এৰা দেও আজিকালি ছোৱালীবোৰক কথা শিকাবই নোৱাৰি। চিধাই সুধিব—কিয়? কথা আছে, সেই কাৰণেহে। আগৰে পৰা চলি আহিছে। পঢ়া-শুনা কৰি ছোৱালীবিলাকে যেনিবা আমাক ওলোটাই ধৰিবলৈ শিকিলে। বিজয়াই অসন্তোষ মনেৰে কোমোৰা একাল চপাই বাকলি গুচাবলৈ ধৰিলে। তেওঁ যে অকল কমীৰ উদাহৰণেৰেহে কথাষাৰ কৈছে তেনে নহয়। নিজৰ জীয়েক আৰতিকো পাইছে। সেই কাৰণেহে বিজয়াৰ খঙটো উঠি আহিছিল।

তেওঁ কিন্তু সিমানতে খং উঠা বিধৰ মানুহ নহয়। যথেষ্ট ধৈৰ্য্য আছে। চলি আহিছে কাৰণে মানি আহিছে। কোনে জানে তাৰ কাৰণ আছেনে নাই! কি কাৰণ আছে! হয়তো আজিকালি ল'ৰা-ছোৱালীয়ে পঢ়ি-শুনি কিবা পাইছে। বুজিছে। সেইকাৰণে তেওঁলোকক ওলোটাই ধৰিব পৰা হৈছে। তেওঁলোকৰ নিচিনা অন্ধ লোকৰ কাৰণে এই লোকাচাৰ সমূহেই পোহৰ।

বৰষুণ। একেবাহে সাদিন নেৰানেপেৰা বৰষুণ। বাট-পথবোৰ বোকা হ'ল। বাৰিষা সোমোৱা বহুদিন হ'ল যদিও এনেকৈ বৰষুণ দিয়াই নাই বুলিব পাৰি। চেগাচোৰোকাকৈ এজাক দিছে; পিছদিনা শুকাইছে। পথাৰবোৰত পানী জমা হ'ব পৰা নাই। মানুহবোৰে গোজ ল'ব পৰা নাই। আকাশলৈ চাইছে। দুই-এটা চুবুৰীত ভেকুলী বিয়াৰ নাম গোৱাও তেওঁ শুনিবলৈ পায় নিশা। কিন্তু যোৱা সাত-আঠদিন ধৰি দিনে-নিশাই যি নেৰানেপেৰা বৰষুণ দিলে তাৰ ফলত বাট-পথবোৰ পঙ্কাকুল হ'ল। পথাৰ পানীৰে উপচি পৰিল। খালদোংবোৰত ভেকুলীবোৰে টোৰটোৰাবলৈ ধৰিলে যেন নতুনকৈহে বাৰিষা আহিছে। পুৱতি নিশাতে হালোৱা পথাৰলৈ ওলাল।

তাৰ পিচত তেওঁ বাটকৰা পথকৰাৰ পৰা শুনিবলৈ পালে নদীত ঢল আহিছে। বহুদিনিয়া পুৰণি ৰেডিঅ'টো টেবুলৰ এচুকতে থাকে। মন গ'লে কেতিয়াবা তেওঁ চুইচটো খুলি শুনে। আঞ্চলিক বাতৰিত ৰাজ্য জুৰি বানপানীৰ তাণ্ডৱলীলা।

আবেলি বাৰান্দাৰ চকীত বহি তেওঁ আলিবাটেদি যোৱা এটা দৃশ্যৰে বাৎসৰিক পুনৰাবৃত্তি দেখিবলৈ পালে। শাৰী শাৰী মানুহ। ল'ৰা-বুঢ়া-তিৰোতা। গৰু-ছাগলী। কোনোবাই হাঁহ-পাৰ কুকুৰাও আনিছে। জনজাতীয় মানুহখিনিৰ লগত গাহৰিৰ পাল একোটাও থাকে। চিএৰ-বাখৰ চাই-উকমি। তেওঁৰ এনে লাগিল এইবোৰ যেন শুৰি পৰুৱা। গাঁতত পানী সোমাইছে আৰু আশ্ৰয় বিচাৰি সিহঁত শাৰী শাৰী হৈ খোজ লৈছে। কোনো মানুহৰ মূৰত টালি-টোপোলা, কোনোৰ

কান্ধত খোজকাঢ়ি লেবেজান হৈ পৰা ল'ৰা। দুৰ্দশাগ্ৰস্ত এই মানুহ-বোৰক চাবলৈকো পদূলীয়ে পদূলীয়ে মাইকী মানুহ, ল'ৰা-ছোৱালীৰ জুম। তেওঁলোকৰ কথাবাৰ্তা হাব-ভাব দেখিলে এনে লাগে যেন পূজা চাবলৈ যোৱা শাৰী শাৰী মানুহ চোৱা আৰু বানপানীত আশ্ৰয়হীন হৈ যোৱা মানুহ চোৱাৰ মাজত তেওঁলোকে পাৰ্থক্য ৰখা নাই।

কিন্তু তেওঁ বাৰান্দাৰ পৰা চাই চাই এই কথা ভাবিছে—এই মানুহ-বোৰবো দুখ-শোক-ভোক-পিয়াহ-ভাগৰ অনুভৱ কৰিব পৰা একোটা আত্মা আছে। যিদৰে তেওঁৰ আত্মাই দুখত কান্দে, চটফটায়।

দেহি এই হেন ভৰ খেতিৰ বতৰত তেওঁলোকে ঘৰ-দুৱাৰ খেতি-পথাৰ এৰি কেনেকৈ পলাব লগা হৈছে। বছৰটো তেওঁলোকে খাব কি? আকাল হ'ব, মহামাৰী হ'ব। পৃথিৱীৰ চব মানুহে জানেনে তেওঁলোকৰ দৰে কিছুমান মানুহে কিমান দুৰ্ভোগত জীয়াই আছে!

লাহে লাহে সন্ধিয়া হ'ল। আলিবাটৰ মানুহবোৰ আন্ধাৰৰ পাতল আৱৰণ এখনেৰে ছায়াপ্ৰায় কৰি পেলালে। দূৰৰ আকাশত মেঘে পুনৰ গাজি উঠিল। পশ্চিমত মেঘ। ৰাতিলৈ আকৌ বৰষুণ হ'ব। বৰষুণ হ'লে পানীনো কত কমিব বাঢ়িবহে। তেওঁ উঠিল। বিজয়াই আবেলিতে গোঁসাই ঘৰ অতাই গৈছে। তেওঁ চাকিগছ দিলেগৈ। তাৰ পিচত পাকঘৰত সোমাল। কামৰ ফাঁকে ফাঁকে তেওঁৰ সেই দুৱাৰস্থাত পৰা মানুহবোৰৰ কথা মনত পৰিল। বছৰ বছৰ ধৰি সেই একেটা দৃশ্যকে দেখি অহা হৈছে। নদীয়ে মানুহক জীৱন দিয়ে। নদীয়ে মানুহৰ জীৱন নিয়েও। কমীয়ে কৈছে, এনেকুৱা ধ্বংসকাৰী বলিয়া নদীকো বশ কৰি তাৰ শক্তিৰে কলকাৰখানা চলাব পাৰি, তাৰ পানীৰে অসাৰুৱা শুকান মাটিত বসাল শইছেৰে ভৰপূৰ কৰিব পাৰি। কৰিছে বোলে ক'ৰবাত ক'ৰবাত। পাৰিব, পাৰিব। মানুহে কৰিব নোৱাৰা কামনো কি আছে! মানুহে চন্দ্ৰত ভৰি দিছে। এৰা চন্দ্ৰ পাইছেগৈ। তেনেহলে কি দৰকাৰনো? পৃথিৱীখনকে যদি মানুহে সুখেৰে থকাৰ উপযোগী কৰি তুলিব নোৱাৰে চন্দ্ৰলৈ কিয় যাব লাগে! সুন্দৰ জোনটোক অসুন্দৰ কৰিবলৈ?

পিচদিনা পুৱাতে আহিছিল তৰুৰ মাক। তেওঁলোকৰ কুঁৱাত গা ধুবলৈ আহিছিল। তৰুহঁতৰ টিউৱৱেলটো বেয়া হৈছে। কুঁৱাৰ পাৰত হুৰহুৰকৈ পানী ঢালি গা ধুইছিল। তেনেতে শাকনিবাৰীৰ পৰা তেওঁ গৈ সেইখিনি পালে। দ্বিতীয় বাল্টি পানী তুলিবলৈ কুঁৱাৰ ভিতৰত বাল্টিটো ভৰাইছিল তৰুৰ মাকে। বৰ্হীডালত ধৰি বৈ গ'ল।

—শুনিছেনে নাই—মথাউৰিৰ ওপৰতে কালি এজনীৰ কেচুৱা এটা হ'ল। ওপৰত ইফালে চিপচিপিয়া বৰষুণ। জানো দেও কেনেকৈ আছে।

তৰুৰ মাকে এনেদৰে ক'লে যেন সেই মানুহবোৰ জন্তুৰ লগৰহে। সিহঁত তেনেকৈয়ে থাকে। তেনেকৈয়ে থকা উচিত সিহঁত। সেই মানুহবোৰ তেওঁলোকৰ দৰে নহয়।

আনদিনাৰ দৰে তেওঁ পাচলিৰ খৰাহীটো পিৰালীত থৈ ভৰিকেইখন জোকাৰি ওপৰলৈ কোচাই লোৱা মেখেলাখন নমাই দিলে।

—এৰাহে মানুহবোৰৰ কথা ভাবিলে বৰ বেয়া লাগে।

তৰুৰ মাকে আৰু সেই প্ৰসঙ্গ উলিয়াবলৈ উৎসাহ নেপালে। হুৰহুৰকৈ পানী ঢালি গা ধুলে। বাল্টিত পানী ভৰাই ললে। মেখেলাখন তলফালে চেপি তিতা চাদৰখন গাত মেৰিয়াই পানী বাল্টি লৈ তিতা গাৰেই মানুহজনী গুচি গ'ল। তেওঁলোকৰ ইঘৰ সিঘৰৰ মাজত বাৰীয়েদি যাব পৰা ভিতৰুৱা বাট আছে। আলিবাট নুঠাকৈয়ো যাব পাৰি। সেই বাটেদিয়েই তৰুৰ মাক গ'লগৈ। বাল্টিটোৰ তলীত সৰু ফুটা এটা আছিল হ'ব পায়। পখিলীয়ে সাৰি থৈ যোৱা পৰিষ্কাৰ শুকান চোতালত পানীৰ টোপালে এধাৰ মালা গাঁঠি থৈ গ'ল।

তেওঁ গাটো ধুবলৈ বুলি কাৰবাৰ কৰিলে। হাত-ভৰিবোৰ বিজবিজাইছে। বণ্ডালাও গছবোৰত বণ্ডালাও লাগিছে নেকি পাতবোৰ দাণ্ডি দাণ্ডি চাইছিল। পাতৰ গুং লাগিয়েই নেকি বিজবিজনি উঠিছে। ছুটামান কলি পেলাইছে। সৰু হৈয়েই আছে। বাকী ফুল কেইটামানকে চিঙি আনিছে বৰ ভাজি খাবলৈ।

—পখিলী মোক পানী দেছি অ'। পখিলী, অ' পখিলী!

পখিলী বাৰীৰ ঢাপত। তেওঁ মতাত ঢাপলিয়াই আছিল। পিচে পিচে মিঠাৰামো—আই সনাহীখনে গোটেইবোৰ শেষ কৰিলে।

—কি অ’?

—মধুৰীআমবোৰ। কলিয়ে কুলাই আটাইবোৰ ঢাহিমুহি চিঙিলে। আই মনা কৰিলেও নুশুনে। চাওকহিচোন।

তেওঁ ঠিক মধুৰী তল নেপালে যদিও অলপ আগবাঢ়ি গ’ল। অকল মধুৰীআমবোৰ পৰাই নহয়, ডালে-পাতে ভাঙিলে। মধুৰীখিনি পকিবলৈ আৰম্ভ কৰিছিলহে এটা দুটাকৈ। বৰ ভাল জাতৰ মধুৰি। তেওঁৰ বুকুখন হমহমাই গ’ল। পকিলে ওচৰ-চুবুৰীয়া ল’ৰা-ছোৱালীয়েই খায়। তথাপি পকিবলৈ থকা হ’লে ভাল আছিল। দুবটলমান জেলীও কৰিব পাৰিলেহেঁতেন। এতিয়া-গছজোপাত পাত কিছুমানহে আছে। ল’ৰা-ছোৱালী এসোপা লৈ মাইকীমানুহ কেইজনীমানে একান্তমনে মধুৰী খাইছে সিহঁতৰ ভাষাতে কথা পাতি। কথাবোৰ তেওঁ নুবুজে। মিঠাৰামে সিহঁতক গালি পাৰিছে।

মিঠাৰামৰ কথাত তেৱোঁ সহযোগ কৰিলে—তোমালোকে বাৰু নোসোধা-নোপোচাকৈ মধুৰীবোৰ পাৰিব লাগেনে? এইবোৰ ডাঙৰ হ’লহেঁতেন নহয়। পকিলে কিমান ভাল হ’লহেঁতেন।

মাইকীমানুহ কেইজনীয়ে ইজনীয়ে সিজনীলৈ চাই কিবা কিবি কথা পাতিলে মিছিং ভাষাতে। তেওঁলোকৰ প্ৰায়ভাগৰে পিঠিত একোটা কেচুৱা। তাৰে এজনীয়ে মাত লগালে—

কি কৰি অ’ কালি দিনটো একো কোৱা নাই। বোকত তাকিব নোৱাৰিছোং। নপকিলেও অব দে—বাকৰেই লাগিছে।

—তাকে গৃহস্থক সুধি লব লাগিছিল।

তেওঁলোকে সিমানখিনি নীতি-নিয়ম নাজানে। জানিলেও তাক মানি চলাৰ অৱস্থা নাই।

—মিঠাৰাম যি হ’ল হ’ল আৰু। তই গুচি আহ চিঞৰ-বাখৰ কৰি থাকিব নেলাগে। তেওঁ গুচি আহিল। তেওঁ আহি ঘৰ পাই টুঁৰ কমৰ দুৱাৰখন খুলি মাতিলে, মিঠাৰাম!

পখিলীয়ে কুঁৱাৰ পানী তুলিছে। তেওঁ গা ধুবলৈ সাজু হ'ল। মিঠাৰাম আহি পুনৰ মাত দিলে, আই।

—ষ্ট'ৰ কমতে কল এসোপা আছে—সিহঁতক দি আহগৈ।

বাহুলীয়ে খোৱা কল এঠোকা মিঠাৰামে কাটি আনি থৈছিল। পকি আছে।

—আটাইখিনি দিমনে আই?

—কেইটামান থ।

পকা ভীমকল দুআশী নি মিঠাৰামে চিঞৰিলে—এইসোপা মেছিহঁত ঐ। বৰ কুগ্ৰহে লাগিছিল নহয়; হোঁ খাই মৰ এইসোপা।

তেওঁৰ মানুহবোৰ দেখি আকৌ এবাৰ বেয়া লাগিল এই মানুহবোৰ খাই পিন্ধি সুখত থকা আমাতকৈ বেলেগ নেকি? সিহঁত তেনেকুৱা হৈ থাকিবলৈকে জীৱন লৈছে নেকি? আমি সুখেৰে থাকিবলৈকে জন্ম লৈছোঁ নেকি?

পৰিৱৰ্তন হ'ব, পৰিৱৰ্তন হ'ব। ৰথৰ চকৰী ঘূৰিব। কমীয়েহে যেন ক'ৰবাৰ পৰা মাত লগালে।

ফটকৰে কমীলৈ মনত পৰি গ'ল। ভালেমান দিন হ'ল—নীলিৰ ঘৰৰ কোনো ক'তো অহা নাই। কমীজনী গুৱাহাটীলৈ গলেইনে আছে!

পৰিৱৰ্তন আপোনাআপুনি নহয়; মানুহে আনিব—কমীৰ কথা।

দুখ লাগে। মানুহৰ দুখ-দুৰ্ভোগ দেখি তেওঁ বেজাৰ পায়। কিন্তু তেওঁ একো কৰিব নোৱাৰে। দুখীয়াক এমুঠি খাবলৈ দিয়াৰ বাহিৰে, এখন পুৰণা কাপোৰ দান দিয়াৰ বাহিৰে। তাতকৈয়ো যে সিহঁতৰ বাবে কিবা কৰিব লগা আছে তেওঁ নাভাবে। কোনোবাই অহোপুৰুষাৰ্থ কৰি নিজৰ অৱস্থাৰ উন্নতি কৰিব পাৰিব। কোনোবা আখৰ চিনি নোপোৱা ঘৰৰ ল'ৰাই পঢ়ি শুনি নাম অজাব পাৰিব—এই দুখীয়া শ্ৰেণীটোৰ শেষ নহয়। পৃথিৱীত সদায় এটা দুখীয়া শ্ৰেণী থাকি যাব।

কমীয়ে কয়, নহয়। কোনো দুখীয়া নাথাকিব, কোনো ধনী নাথাকিব। কমীবো যে কথা! কেচুৱাৰ কেচুৱালি—আৰু কি!

তেওঁ যন্ত্ৰৰ দৰে দৈনন্দিন কামবোৰ কৰি গ'ল।

পদূলীত বাচ এখন ৰখোৱাত তেওঁ দুৱাৰ মুখৰ পৰাই চালে। কমীৰ কথা ভাবি থাকোঁতে কমীয়েই আহিল নেকি! কমী নহয়, নীলি। নীলিক দেখিয়েই তেওঁৰ মুখত হাঁহি এমোকোৰা বিৰিঙি উঠিল। হওক দে, আজি তইঁতৰ কথা ভাবিহে আছিলোঁ।

নীলি এনেয়ে অন্য বাৰত স্কুলখন থাকে বাবে ওলাবই নোখোজে। দেওবাৰে ঘৰৰ কাম ইটো সিটো উলিয়াই লয়। আলহী অতিথিও ওলায়হি। সৌখিনিৰ পৰা এইখিনি পাবলৈকো তাই সময়ৰ জোৰা মাৰিব নোৱাৰে।

বহুতদিন এনেকৈ মাক-জীয়েক দুয়োজনীয়ে এইখন মজিয়াত ভাত খাই পোৱা নাই। কথা পাতি পাতি তেওঁলোকে কি খালে কবই নোৱাৰিলে। অৱশ্যে নীলিৰ বাবে মাকৰ হাতৰ আঞ্জা-তৰকাৰী ৰুচীকৰ হৈছিল।

সন্ধিয়াৰ বাচত নীলি গ'লগৈ। পুৱা নবজাৰ পৰা দিনটো কেনেকৈ গ'ল তেওঁ কবই পৰা নাছিল। নীলি যোৱাৰ পিচত তেওঁ আকৌ নিঃসঙ্গ হ'ল। এ-তেওঁ পাহৰিলেই। অহা দেওবাৰে কমী গুৱাহাটীলৈ যাব। যোৱাৰ আগতে তাইক এবাৰ পঠাই দিবলৈ কব পাৰিলেহেঁতেন। এইবাৰ তাই এম. এ.-ৰ ফাইনেল পৰীক্ষা দিব। তিনিজনী ছোৱালী নীলিৰ। ছোৱালী কেইজনী বিয়াৰ বিষয়ে তেওঁ চিন্তিত হয়। কমীক মেট্ৰিক দিয়াৰ পিচতেই বিয়া দিওঁ বুলিছিল নীলিয়ে। ভাল মানুহ এঘৰে বিয়া কৰাওঁ বুলিছিল। তাই বিয়া বুলিলতে সাতজাপ মাৰিলে। দেউতাকেও তেতিয়াই দিবলৈ মন নকৰিলে। ইফালে নীলিৰ জমা টকাও একেবাৰে নাই। আজিৰ দিনত এখন বিয়া বুলিলে কিমান টকাৰ প্ৰয়োজন। ঘৰটো সাজোতে হোৱা ধাৰেই মাৰিব পৰা নাই। ঘৰ মানে একো ডাঙৰ ঘৰ নহয়—এটা সাধাৰণ ঘৰ। তাতে বহুত পৰিল। মাহে মাহে ল'ৰা-ছোৱালীৰ খোৱা-পিন্ধা-পঢ়াৰ খৰছ আছেই। তেওঁৰ বেয়া লাগে। নীলিজনীৰ ইমান কষ্ট কৰিও টকা-পইচাৰ জোৰা কোনো দিনা নমৰিল। তাইৰ গিৰিয়েকটো এনে জেদী—কিবা সা-সহায়

কৰিলে গ্ৰহণ কৰাটো দূৰৰ কথা, বিছুৱে-পূজাই ল'ৰা-ছোৱালীক কাপোৰ-কাণি এডোখৰ দিলেও লবলৈ টান পায়। পুতৌ কৰা বুলি ভাবে। কমীয়ো বাপেকৰ ফুটতে উঠিছে।

বাবুলে বোলে নীলিলৈ চিঠি এখন দিছে। বৰ মনত পৰিল বায়েকলৈ! পূজাতে বোলে সিহঁত বন্ধুৰ ফালে যাব। ইয়ালৈ আহিবলৈহে সিহঁতৰ সময় নাই।

নীলিৰ কথাবোৰকে ভাবি আছিল। বিজয়াই কেতিয়ানো গোঁসাই ঘৰ মচি কোষা-অৰ্ঘা ধুই তেওঁৰ ওচৰত ৰ'ল তেওঁ গমেই নাপালে।

—নীলি আহিছিল নেকি বাইদেউ?

—অঁ আহিছিল। ভাত খাওঁতেই বহুত বেলি হ'ল। কথাৰে অন্ত নপৰে। তোমাৰ তালৈ যাওঁ যাওঁ কৰি থাকোঁতেই বাচ আহিবৰ হ'ল। বোলে, খুৰীটিক কবা আজি যাবলৈ নহ'ল।

—এৰা নীলি আহিলে আমাৰ ঘৰৰ পৰা পাক এটা নমৰাকৈ নাথাকে। তাই আহিছে বুলি গম পোৱা হ'লে ময়ে আহিলোঁহেতেন অকণমান আগতে। বাচখন ৰখাওঁতেহে চাই দেখিছো নীলি উঠিছে।

—অঁ নেথাকিলে তাই। কালিলৈ স্কুল আছে নহয়।

বিজয়াই হাতৰ তলুৱাৰে মুখখন ঢাকি খুককৈ এটা হাঁহি মাৰিলে। নিতান্তই সক ছোৱালীৰ নিচিনাকৈ মৰা এই হাঁহিটো দেখিলেই তেওঁ বুজে, বিজয়াই তেওঁক কিবা অনুৰোধ কৰিব নাইবা কিবা বিচাৰিব।

—কি হ'ল হাঁহিলা দেখোন?

—বাইদেউ অকণমান ওলাই যাব নেকি?

—কেনি ওলাই যোৱাঁ এতিয়া? সন্ধ্যা চাকি দিবৰ হ'ল।

—সোনকালে আহিম বলকচোন। আটাইবোৰ গৈছে।

—কলৈ?

—স্কুলঘৰতে মানুহবোৰ আছে নহয় চাই আহোগৈচোন বলক।

—অ' সেই বানভগনীয়াবোৰ? চাবলৈনো কিটো আছে?

যাবলৈ মনটো নাছিল যদিও বিজয়াৰ আগ্ৰহক নিৰাশ কৰিব

মুখুজিলে। তেওঁ চকীখনৰ পৰা উঠিল। ব'লা বাৰু। বেলি কৰিব নোৱাৰোঁ পিচে। গোঁসাই চাকি দিবহি লাগিব।

পথিলীক মাত লগাই তেওঁ আৰু বিজয়া দীঘল পদূলীটোৰেদি আহি বাটত উঠিল। এক ফাৰ্লংমান দূৰতেই স্কুলখন।

পৰিয়ালে পৰিয়ালে চোকা পাতি ভাত বন্ধাৰ যোগাৰ কৰিছে। ৰিলিফ দিছে গাই প্রতি এশ গ্ৰামকৈ পচা মোটা চাউল আৰু পৰিয়ালে প্রতি দুশ গ্ৰাম শিল মিহলি মচুৰ ডাইল। তাৰেই গধূলিৰ সাজৰ বাবে বান্ধিবলৈ লৈছে। বানপানীয়ে তেওঁলোকৰ ঘৰ বুৰোৱা তিনিদিন হ'ল। এই প্রথম ৰিলিফ পাইছে তেওঁলোকে। কেম্পৰ চৌদিশ কেঁচা খৰিৰ ধোৱাঁৰে ধূঁৱলি-কুঁৱলি হৈ পৰিছে।

মতা মানুহবোৰে এনেয়ে ইফাল সিফাল কৰি ফুৰিছে। তেওঁলোকে লগত অনা গৰু-গাহৰা হাঁহ-কুকুৰাবোৰে চিঞৰবাখৰ কৰিছে। কোনোবাই গৰুৰ আগত ক'ৰবাৰ পৰা যোগাৰ কৰি অনা শুকান ধানখেৰ ছুডালমানকে দিছে।

কেইটামান ল'ৰা-ছোৱালীয়ে স্কুলৰ ফিল্ডখনতে দৌৰাদৌৰিকৈ কিবা খেলিছে। প্ৰায়বোৰ ল'ৰা-ছোৱালীয়েই মাকৰ আচলত ধৰি থেনথেনাই আছে।

ৰিলিফ কেম্পটোত ক'ত ধৰণৰ পৰিয়াল আছে—মিৰি, দেউৰী, কছাৰী, আহোম, কলিতা, বামুন, কোচ। তেওঁলোকৰ সকলোৰে এই মুহূৰ্তত সমস্যা একেই হৈ পৰিছে। জীৱন একেটাই হৈ পৰিছে।

এজন বৃদ্ধই প্ৰাণৰ কাতৰে গাইছে—'অথিৰ ধনজন জীৱন যৌৱন অথিৰ এহু সংসাৰ। পুত্ৰ পৰিবাৰ সবহু অসাৰ কৰব কাহেৰি সাৰ ॥' তাৰ পিচত আৰু গাব নোৱাৰিলে বৃদ্ধই। কান্দিবলৈ ধৰিলে। কান্দি কান্দি বুঢ়া অৱশ হৈ পৰিল। তথাপি কান্দ শাম নেকাটিল। বুঢ়া চটফটাবলৈ ধৰিলে। ভালেমান পৰৰ মূৰত তেওঁ দীঘল দীঘলকৈ উশাহ লৈ ইফালে সিফালে চালে অসহায়ভাবে।

ওচৰত বহি থকা এজনে উপদেশ দিলে—গায়ন, আপুনি জুই একুৰা ধৰি বুকুখনত অকণমান তাও দিয়ক।

এবা আপুনি কালি ভাল ঠাণ্ডা পালে। —আন এজনে ক'লে।

স্কুলঘৰৰ ভিতৰৰ পৰা নৱজাত কেচুৱাৰ কান্দোন ভাঁহি আহিল। বাতিপুৱা মধুৰি খাবলৈ যোৱা মানুহ দুজনীমানে তেওঁক দেখি হাঁহিলে।

—বলাহে বিজয়া আন্ধাৰেই হ'ব এতিয়া। কিনো চাবা আৰু—এইবোৰেই।

—বলক বাইদেউ।

তেওঁলোক উভতি কেইখোজমান আহিছিল। তেনেতে বিজয়াই তেওঁক টানি নিয়াদিয়ে নিলে গাৰ ফালে—তললৈ চাই যাব বাইদেউ।

—কিনো ?

—বিজয়াই চকুৰে দেখুৱাই দিলে। লগে লগে দুয়ো নাকত সোপা দিলে।

মানুহ এজনে তেওঁলোকক চাই আছিল। অপৰাধীৰ সুৰত ক'লে—কি কৰিব আই! এইবোৰ ল'ৰা-ছোৱালীৰ কাম হ'ব। এইখনে মৰিবলৈ আৰু জেগা নাপালে!

ঘৰ পায়েই তেওঁ পখিলীক ক'লে—পখিলী মোক এবাল্টি পানী তুলি দে। গাটো ধুই লওঁ।

লৰালৰিকৈ তেওঁ গাটো ধুই ধুতি কাপোৰ এসাজ পিন্ধি গোঁসাই-চাকিগছ দিলেগৈ। তেতিয়ালৈ ভাল আন্ধাৰেই হৈছে।

গধূলিৰ ৰন্ধা-বঢ়া তেওঁ চমুৱাই পেলালে। নীলি আহিছে বুলি তেওঁ দিনত কেইবাখনো ৰান্ধিছিল। ডাইলৰ উপৰিও মাছৰ বৰ দিয়া ঢেকিয়া শাকৰ টেঙা জোল, বঙালাউৰ ফুলৰ বৰ, জিকাভাজি, তিতা-কেৰেলাৰ খাৰ ইত্যাদি। আচাৰ চাটনি, খাৰলি আছেই। তৰকাৰি ভালেখিনি থাকি গ'ল। ঢেকিয়াৰ টেঙা জোলকণ পাই নীলিয়ে ডাইল মুচুলেই। নিশাৰ সাজৰ বাবে তেওঁ মাত্র ভাত কেইটা ৰান্ধিলে। বেঙেনা এটা পাই তাকো পুৰিলে।

শুবলৈ লৈ তেওঁৰ মনত নানান ভাৱনা। বিলিফ কেম্পত মানুহবোৰৰ অৱস্থা চকুৰ আগত ভাঁহি উঠিল। নীলিৰ কথাও মনলৈ আহিল। বাকুলটোলৈয়ো মনত পৰিল। বহুদিন দেখা নাই। ডাঙৰটো ল'ৰা হব

এটা হব পায়। এনেয়ে সিহঁতৰ গাৰ গঠন ডাঙৰ। ডাঙৰটো ল'ৰা বাবুলক চালে চাবই নালাগে। বাবুলো সকতে তেনেকুৱাই আছিল। পোনা সকৰে পৰা গহীন বৰ দুষ্টালী নাই। ডাঙৰ ল'ৰাবোৰ সিমান দুষ্ট দগাবাজ নহয় নেকি ! বাবুল যে সকতে বৰ অঘাইটং আছিল। কাৰো কথা নুশুনে। কটাৰি এখন হাতত ল'ব আৰু দিনটো টলো টলোকে ঘূৰি ফুৰিব। তেওঁৰ চকুৰ আগত যেন সৰু কালৰ বাবুলটো ৰঙা-চিঙা পৰি ক'ৰবাৰ পৰা ওলাইছেহি।

—এই তোৰ খাবলৈ বৰলৈ মন নাই নেকি অ' দিনটো ক'ত ঘূৰি ফুৰিছ ?

তেওঁ ঢাকোন খুলি কাটি থোৱা পকা অমিতাৰ থালখন লৈ আহে। সি হাতখন মেলে লবলৈ।

—যা হাত-ভৰি ধুই আহ। ক'ত কি কৰি আহিছে ঠিকনা নাই। হাত-ভৰিৰ বৰণ চোৱাচোন !

সেই অঘাইটং ল'ৰাটো গধূলি হ'লে লেউসেউ হৈ পৰে। সি টোপনী যাব বুলিয়েই গধূলি ভাত কেইটা তেওঁ লৰালৰি কৰে। ভাতৰ চৰুৰ পৰাই তেওঁ তাৰ টোপনী নাহিবলৈ ইটো সিটো কথা পাতি থাকে। তথাপি ভাত বাঢ়ি তাক মাতি মাতি মাত নাপাই চায় গৈ—সি ঠাইতে টোপনী গৈছে। তাক দাঙি আনি পীৰাত বহুৱাই নিজেই ভাত খুৱাই দিব লগা হয়। কলমতিয়াই থকা বাবুলক ভাত খুৱাওঁতে তেওঁ পুত্ৰৰ প্ৰতি মমতাময়ী হৈ উঠে।

দীঘল নিশ্বাস এটা এৰি এৰি তেওঁ বাগৰ সলালে। তেওঁৰ টোপনী নাহিবই নেকি আজি ? চকু দুটা মুদি তেওঁ একো নাভাবো বুলি কেৱল টোপনী অহাৰ কথা চিন্তা কৰিবলৈ ধৰিলে। যিমানেই টোপনীৰ কথা চিন্তা কৰিবলৈ ধৰিলে সিমানেই টোপনী দূৰ হ'বলৈ ধৰিলে। এইবাৰ তেওঁৰ মনলৈ আহিল কাহি কাহি উশাহ ল'ব নোৱাৰা সেই বুঢ়া-জন। তেওঁৰ ভাব হ'ল মানুহজন বেচি দিন নাবাচিব। এই বাৰিষাটোও তেওঁৰ বাচি থকা টান হ'ব। ভাৱনাৰ কি আচৰিত সংযোগ—লগে লগে তেওঁৰ কেতিয়াবাই স্বৰ্গগামী হোৱা শাহু বুঢ়ীৰ কথা মনলৈ আহিল।

মুমূর্ষ অৱস্থাত শাহু বুঢ়ী শুই আছে, কাষতে তেওঁ এচামুচ দুচামুচকৈ কমলাৰ ৰস মুখত দিছে। এইবোৰ বৰ ভয়ংকৰ দৃশ্য। এইবোৰ দৃশ্যৰ কথা ভাবিবলৈ নিশা তেওঁ ভাল নাপালে। তেওঁ লৰালৰিকৈ চিন্তাৰ সোঁত অন্যফালে নিবলৈ যত্ন কৰিলে। তেওঁ নীলিৰ কথা ভাবিব খুজিলে। কিন্তু নীলিৰ কোনো কথা তেওঁৰ মনলৈ নাহিল। কেৱল যেন নীলিয়ে বিচনাৰ কাষতে বৈ সুধি আছে, কিয় মাতিছিলা মা? কিয় মাতিছিলে, কি কব একো কব নোৱাৰে তেওঁ। নীলিৰ গাত অথনি যি সাজ পিন্ধি আহিছিল সেই সাজ—উকা পাটৰ পুৰণা মেখেলা, ৰঙা পাৰিৰ চাদৰ। নীলি ওখ-পাখ মানুহ। গাৰ বৰণ সুন্দৰ। খালি তাই শকত হ'ব পৰা নাই তেনেকৈ। দেখিলে কমীৰ মাক যেন নালাগে, বায়েক যেনহে লাগে।

নীলি তেওঁৰ ওচৰত বৈ আছে। কথা পাতিবলৈহে তেওঁ একো বিচাৰি পোৱা নাই। হঠাৎ তেওঁ চক খোৱাদি খালে সদ্যজাত কেচুৱাৰ টেঁৱা টেঁৱা কান্দোনত। তেওঁৰ টোপনী আহিব খুজিছিলনেকি চিলমিলকৈ! ক'ৰ কেচুৱাৰ কান্দোন শুনিলে তেওঁ? ৰিলিফ্ কেম্পৰ সেই কেচুৱাটোৰ কান্দোনহে কানত হঠাৎ বাজি উঠিল। তেওঁ বাস্তৱ জগতখনলৈ ঘূৰি আহিল। বাহিৰত কেচু-কুমতিৰ চিঁচিঞনিৰ বাহিৰে জগৎ নিস্তব্ধ। বাটে বাটে বাঁহী বজাই ফুৰা মিঠাবামো কেতিয়াবাই শুলে। অলপ আঁতৰত বিচনাখনত শুই থকা পখিলীয়ো টোপনীতে কিবা কৈছে।

নিগনি এটাই চুকত ক'ৰকৰাই আছে। কিবা কুটিছে সম্ভৱ। বৰ নিগনি হৈছে ঘৰখনত। তকইঁতৰ মেকুৰীটো মাজে মাজে আহি নিগনি দুই এটা মাৰে। কেইবাদিনো হ'ল—মেকুৰীটো অহা নাই। তেওঁৰ নিগনিয়ে কিবা কুটি খোৱাটো সহ্য নহ'ল। লাইটটো জ্বলাই ক'ত কি কুটিছে চাবৰ মন গ'ল। কিন্তু ইমান ৰাতি লাইট জ্বলাই নিগনি বিচাৰিবৰ সময় নহয়।

তেওঁ মাত্ৰ শুনি থাকিল কৰ কৰ শব্দ।

তেওঁ সাৰ পালে সোনকালে। সাৰ পায়ে শুনিলে আলিবাটেদি

যোৱা হালোৱা-বোৱণীৰ কথা-বাৰ্তা। এইবাৰ বাৰিষাটো পাচ। মানুহৰ খেতিত নমা পলম হ'ল।

শুই উঠি তেওঁ নৈমিত্তিক কামখিনি কৰি গ'ল।

যোৱা নিশা তেওঁৰ ঘিকণ টোপনী আহিছিল, তাতে এটা সপোন দেখিছিল। কি দেখিছিল ভালকৈ তেওঁ মনত পেলাব নোৱাৰিলে। খেলিমেলি কিবা সপোন। তেওঁৰ কিন্তু শাহুৱেকক স্পষ্ট দেখা মনত পৰিল। বগা থান কাপোৰৰ শাৰী পিন্ধা চুটি চুলিৰ ওখ এগৰাকী বুঢ়ী। মৰাৰ চাৰি বছৰৰ আগত তেওঁ কাশীলৈ গৈছিল। কাশীত তেওঁ চুলি খুৱাই আহিছিল।

তেওঁ ভাবিলে নিশা তেওঁ শাহুৱেকৰ কথা ভাবি আছিল বাবে সমাজিকতো তাকে দেখিলে। বাঘ যেন তীখৰ মানুহ। বিশাল ঘৰখন শুৱনি কৰি আছিল সম্ৰাজ্ঞীৰ দৰে। তেওঁলোক বোৱাৰী চাৰিজনীৰ কি ভয় শাহুলৈ। বংশ পৰম্পৰা সম্পৰ্কে সদা সচেতন তেওঁ। তেওঁ সদায় সোঁৱৰায়—তেওঁলোকৰ বংশৰ ঐতিহ্য আছে, সেই ঐতিহ্য তওঁলোকে ৰক্ষা কৰিব লাগিব। আহোম ৰজা ৰুদ্ৰসিংহই কনৌজৰ পৰা আনি প্ৰতিষ্ঠা কৰা ব্ৰাহ্মণ তেওঁলোক। তেওঁৰ শাহুহঁতে পাৰি দিয়া শাৰী পিন্ধিছিল। তেওঁলোকে শাৰী নিপিন্ধিলেও চাডৰখন শাৰীৰ দৰে কোষলতিৰ তলেদি পাৰ কৰি পিন্ধে আজিকালি। এসময়ত শাৰীও নিপিন্ধা নহয়। আজিকালি অন্য মানুহৰ লগত মিলা-মিছা হৈছেই। তেতিয়া শাহুৱে ওচৰ-চুবুৰীয়া মানুহৰ লগত মিলা-মিছা কৰিবলৈকো নিদিছিল। সকলো দিশতে নিজৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিব বিচাৰিছিল।

তথাপিতো কিযে এটা কলংকিত ঘটনা ঘটি গ'ল। ইমান কঠোৰতাৰ মাজত থাকিও এটা বৰ ঘৃণনীয় কাণ্ড ঘটি গ'ল।

তেতিয়া তেওঁ ন-ছোৱালী। অভাৰী সংসাৰ এখনৰ পৰা আহি স্বচ্ছল ঘৰখনত ভালকৈ খাপ খাই ল'ব পৰা হোৱাই নাই। তাতে শাহু-শহুৰ, দেৱৰ-ননদেৰে ভৰি থকা ঘৰ। খোজে পতি সাংকোচ।

তেওঁৰ ননদ সৰোজিনী। তেজে ফুটি যাওঁ ফুটি যাওঁ গাৰ ৰং। চুলিকোচা মেলি দিলে তপিনা পায়গৈ। বৈ পৰা চেলাউৰি, পাতল

ৰঙা ওঁঠ জোঙা নাক, লাহী আঙুলী। বয়স ওঠৰ বিশ বছৰ হ'ব। সৰোজিনীৰ ৰূপ দেখি তেওঁৰ ঈৰ্ষা হয়।

ঘৰখনত জানো কেৱল পৰিয়ালৰ মানুহখিনিয়েই থাকে? চাকৰ-নাকৰৰ উপৰিও ক'ত ধৰণৰ আলহী প্ৰতিদিনে থাকেই। সৌ বকুল জোপাৰ সিফালে এটা খেৰী ঘৰত আছিল কেইজনমান সৰ্ব্বেৰবীয়া কহাঁৰ। কেতিয়াবা আহে এজন গুৱালকুচীয়া কাপোৰ বেপাৰী। ইয়াতে থাকি ওজৰ-পাজৰৰ গাওঁবোৰত গৈ কাপোৰ বিক্ৰি কৰে। সাধাৰণতে মানুহ-জন জাৰকালি আহে। ৰং-বিৰঙৰ গুণাৰ বণকৰা পাট-মুগাৰ কাপোৰ আনে তেওঁ। কেতিয়াবা দুই এখন কাপোৰ তেওঁলোকৰ ঘৰতো লয়। কেতিয়াবা এনেয়ে বাকচটো খোলাই কাপোৰ-কাণিবোৰ চায়। মানুহ-জনে জাপ খুলি খুলি দেখুৱায়। মাইকী মানুহৰ মন; যিমানেই কাপোৰ-কাণি নাথাকক লাগিলে নতুন কাপোৰৰ প্ৰতি মোহ এটা থাকেই। খৰ লাগি তেওঁ চায় থাকে যেতিয়ালৈকে শাহুৱেকে সঁকিয়াই নিদিয়ে 'ওঁ এতিয়া সেইবোৰকে চাই থাকিলে নহয়। ডাইলখিনি তেল মাৰি ভাজিখন বঢ়াই দিব লাগিছিল। সকু কেইটাই টোপনীয়াব।' শাহুৱেকৰ পিচে পিচে তেওঁ খোজ লয় পাকঘৰৰ ফালে। সৰোজিনী কেৱল বৈ থাকে। টেবুলত ডাঙৰ লেম্পটো জ্বলি থাকে। তাৰ সিপাৰে কাপোৰ বেপাৰী মনমোহন। হাতেৰে ধৰি মেলি থাকে আঁঠুৰ ওপৰলৈকে গুণাৰ বণকৰা ৰঙীন মেখেলা এখন। সৰোজিনীয়ে খৰ হৈ চাই থাকে লেম্পৰ পোহৰত তিৰবিৰাই উঠা গুণাবোৰ। মনমোহনৰ স্থিৰ দৃষ্টি সৰোজিনীৰ সাজটোৰ ওপৰত। বগা মেখেলা, বগা চাদৰ, বগা ব্লাউজ, উকা কপাল। অলংকাৰবিহীন। মনমোহন ডেকা মানুহ।

হঠাৎ দুয়োবো চকুৱে চকুৱে পৰে। তেনেতে মাকে ভিতৰৰ পৰা দীঘলীয়াকৈ মাতে—স-ৰো-জ! খৰধৰকৈ পাকঘৰ পায়গৈ সৰোজ। মৈদাখনৰ ওচৰত বহি লৈ সোধে, পাচলি কুটা হ'লনেকি নবৌ?

ইমান ৰূপ-যৌৱনৰ অধিকাৰিণী সৰোজিনীলৈ ঘৰখনৰ সকলোৰে মাত্ৰাধিক মৰম। তেৱেঁ৷ নতুনকৈ আহি ঘৰখনৰ প্ৰত্যেকৰ পৰাই এইটো শিক্ষাকেই পালে—সৰোজিনীয়ে যেন কোনো কথাতে আঘাত নাপায়।

সকলো পায়ো, সকলো থাকিও সৰোজিনী যেন পূজাত নলগা এপাহ ফুল। তেওঁৰ পুতো হয়। বৰ সুন্দৰ সুখী ঘৰ এখনলৈ সৰোজিনীক বিয়া কৰাইছিল। কিন্তু তেওঁ স্বামীৰ মুখ কিংবা স্বামীৰ ঘৰ একোৱেই দেখা নাপালে। বিয়াৰ মাত্র বাৰ দিন পাচতে সন্নিপাত জ্বৰত সৰোজিনীৰ গিৰিয়েকৰ মৃত্যু হ'ল। দহ বছৰীয়া সৰোজিনীয়ে একো বুজি নেপালে কিয় তাইৰ শিৰৰ সেন্দুৰ কোনোবাই আহি মচি দিলে, হাতৰ কাণৰ অলংকাৰ কোনোবাই আহি খুলি নিলে। মাকেই বা কিয় বুকু চপৰীয়াই চপৰীয়াই কান্দিছিল? দেউতাকে আকাশলৈ চাই চাই কাবোবাক প্রশ্ন কৰিছিল—এয়া তুমি কি কৰিলা প্রভু?

কতবাৰ আহে যায় মনমোহন। এসপ্তাহ দহদিন থাকে। ঘৰুৱা মানুহৰ নিচিনাই হৈ পৰিছে।

এবাৰ। তেওঁ এইখন ঘৰলৈ বিয়া হৈ অহা দুবছৰ হৈছে। ৰাতিপুৱা শুই উঠি মাকে দেখে যে বিচনাত সৰোজিনী নাই। এমূৰীয়া পায়খানাটোলৈ এই ৰাতিপুৱা তাই অকলে যাব লাগেনে! মাক জপাই থোৱা দুৱাৰখন খুলি ওলাই গৈ পিচফাল পালে। পায়খানাৰ দুৱাৰ খোলা আছে। অ' তাই তেনে পায়খানাৰ পৰা ওলাই আহি গাধোৱা ঘৰ সোমাব পায়। গাধোৱা ঘৰৰ দুৱাৰখনো চোন খোলা! তাই তেনে আগফালে বহি আছে নেকি? নাই আগফালেও নাই। দুৱাৰমুখৰ নাৰিকলৰ জৰীৰ পাপোচখনত ক'লা কুকুৰটোহে মেৰ খাই শুই আছে। মানুহ যোৱাৰ উমান পাই চকু কেইটা মেলি নেজডাল লৰাই পুনৰ শুই থাকিল।

সৰোজিনীক কতো নেদেখি মাকৰ বুকু চিৰিঙকৈ গ'ল। ক'ৰবাত আপোনঘাতী হ'লগৈ নেকি? ঠিকতো নাই—মনটো যেনেকৈ মাৰি থাকে। তেওঁ বাৰীৰ ফালে খোজ লব খুজিছিল। তেনেতে তেওঁ দেখিলে ঘৰটোৰ এমূৰে থকা মনমোহনক থাকিবলৈ দিয়া কোঠাটোৰ দুৱাৰখন খোল খাই আছে। খোলা দুৱাৰেদি সৰোজিনীৰ মাক সোমাই গ'ল। বিচনাত মনমোহন নাই। আঠুৱাখনৰ সন্মুখ ফালটো দাঙি থোৱা আছে। ওচৰৰ টেবুলখনত বাকচটো নাই। তাৰ পিন্ধা কাপোৰ-

কাণিৰ বেগটোও নাই। টেবুলত এখন কাগজ। কাগজখন হাতৰ মুঠিত লৈ লবালবিকৈ তেওঁ নিজৰ কোঠা পালেহি। তেওঁৰ হাত-ভৰিবোৰ কঁপিছিল। সৰোজিনীৰ দেউতাকে পুথি পঢ়োতে পিন্ধা চশমাজোৰ পঞ্জিকাখনৰ ওচৰতে থাকে—বৰ বাকচটোৰ ওপৰত। তেওঁলৈ ঢিলা হয়; খহি খহি যায়। তেওঁ সেইজোৰকে আনি পিন্ধি ললে। খিৰীকিখন খুলি কাগজখন পোহৰৰ ফালে দাঙি ধৰিলে। গোট গোট আখৰেৰে লিখা আছে—আই অপৰাধ কৰিলোঁ। ক্ষেমিব। ইতি মনমোহন বৈশ্য।

তাৰ পিচত যে ঘৰখনৰ কি অৱস্থা! কাৰো কতো মাত বোল নাই। যেন সকলো বোবা হৈ গ'ল। ঘৰখন বহুদিনলৈ ইমান নীৰৱ হৈ পৰিল যে কাণ দিলে মানুহৰ শ্বাস-প্ৰশ্বাসহে শুনিলেহেঁতেন কোনোবাই। দুপৰীয়া ঘৰৰ মুধত পৰি কণ দিয়া পাৰ কেইটাৰ মাত শুনিলেও যেন খং উঠা হ'ল ঘৰখনৰ মানুহবোৰৰ।

বহুদিন পিচত সেই নীৰৱতা ভঙ্গ কৰি এটা দীঘল হুমুনিয়াহ টানি তেওঁৰ শাহুৱেকে ক'লে, তাই চিপলৈ মৰি যোৱা হ'লেই মই শান্তি পালোঁহেঁতেন।

তাৰ পিচত ঘৰখনত সৰোজিনীৰ কোনো অস্তিত্বই নাথাকিল। তাইৰ কাণি-কাপোৰবোৰ খোজনীয়াক দি দিলে। কোনেও ভুলতো সৰোজিনীৰ নাম নলয়। ল'ৰা-ছোৱালীবোৰে সৰোজিনী নামৰ এজনী পেহীয়েক আছিল বুলি আনকি গমকে নাপায়।

তাৰ কত বছৰৰ পিচত, ঘৰখনত কিমান কি পৰিবৰ্ত্তন হোৱাৰো কিমান পিচত এদিন তেওঁক আচৰিত কৰি দি কমীয়ে সুধিছিল—আইতা, ককাৰ বাক সৰোজ নামৰ ভনীয়েক এজনী আছিলনেকি?

—তোক কোনে ক'লে?

—কোৱাচোন বাক আছিলনেকি?

তেওঁ নিমাত।

—নেমাতা কিয় কোৱানা।

—সেইবোৰ কথা তোক কিয়? আছিলেই যেনিবা।

—এতিয়া ক'ত আছে জানানে ?

—কোনে খবৰ ৰাখিছে ! কি ঠিক—মৰিলেইনে আছে। থাকিবও পাৰে—পাপী মানুহ। আজিকালি পাপৰহে জয়। আছে যদি বুঢ়ী হ'ল চাগে। তেওঁৰ মনত পৰিল সৰোজিনী তেওঁতকৈ পাঁচ বছৰমান ডাঙৰ আছিল।

সেই যে গ'ল, তাৰ পিচত আৰু কোনেও খবৰ ৰখা নাই তাইৰ। তেওঁলোকে অহকানে পহুকানে গম পাইছিল যে মনমোহনে গুৱাহাটীত পাট-মুগা কাপোৰৰ দোকান দিছে। এদিন গুৱাহাটীলৈ যাওঁতে নীলিইঁতৰ দেউতাকে দেখিছিল দোকানখন। মনমোহনকো দেখিছিল গ্ৰাহকৰ লগত কথাপাতি থকা। দেখিয়েই তেখেতে বেলেগ বাট ললে। কথাটো তেখেতে কাৰো আগত কোৱা নাছিল। একমাত্ৰ তেওঁৰ আগতেই কৈছিল। মনমোহনৰ চুলি পকিছিল যদিও স্বাস্থ্য তেতিয়াও ভালেই আছিল বোলে।

সেইদিন ধৰি মনমোহন বা সৰোজিনী সম্পৰ্কে কোনো খবৰ নাজানে কোনেও।

কমীয়ে ক'লে, পেহা-আইতাই ঠিকেই কৰিছিল আইতা।

কি ঠিক কৰিলে অ' এনেয়ে বামুনৰ ছোৱালী—তাতে বিধবা হৈ—ছিঃ ছিঃ শুনাও পাপ। তোকনো আকৌ এইবোৰ কথা কোনে ক'লে ?

—নহয় আইতা সকলো সুখ-সম্ভোগৰ পৰা, বিলাসৰ পৰা বঞ্চিত হৈ এটা পুতৌ লগা জীৱন যাপন কৰাতকৈ নিজৰ পথ নিজেই বাচি লৈ উচিত কামেই কৰিলে। ইয়াত একো পাপ নাই। তেখেত বিধৱা হ'লেও কোনো দিনেতো স্বামীৰ স্পৰ্শ পৰ্যন্ত পোৱা নাছিল। মই ভাবোঁ পেহী-আইতাৰ পিচৰ জীৱনটো সুখতেই গৈছিল।

তেওঁ কমীলৈ চালে। কমীক কেতিয়াবা তেওঁৰ অচিনাকী যেন লাগে। দহজনে বেয়া বুলি কোৱা কথা একোটাও তাই কেতিয়াবা ভাল বুলি শলাগে। দহজনে ভাল বুলি আদৰি লোৱা কথা একোটাও তাই কেতিয়াবা বেয়া বুলি নাক কোচায়।

বানপানী লাহে লাহে শুকাল। মানুহবোৰ দিহা-দিহি গ'ল। তেওঁলোকে পোন প্ৰথমে নিজৰ থকা ঘৰ-বাৰীবোৰৰ পৰা পলসবোৰ চাফা কৰি বেঁকা হৈ পৰা বেৰত ঢোকা দি সোমাই থাকিব পৰা কৰিলে। কত যে গেলা-পচা দুৰ্গন্ধ! কাৰোবাৰ ল'ৰা-ছোৱালী বেমাৰত পৰিল। কোনোবা মৰিল শৌচ কৰি।

তাৰ পিচত তেওঁলোকে খেতিবাতিৰ কথা মনত পেলালে। নাঙলটো বিচাৰি উলিয়াই চাফা কৰিলে। খেতিনো কৰিব কিহেৰে? গৰু যে চবকাত মৰিল। কাৰোবাৰ গৰু বান্ধতে আছিল, মোকোলাবলৈ সময় নহ'ল। আহি পাই দেখে বন্ধা জেগাতে গৰু আছে; নাই মাথোন গৰুৰ গাৰ তেজ-মঙহবোৰ। দুৰ্গন্ধৰ মাজত পৰি আছে জ'কাটো। ক'ত পাব গৰু, ক'ত পাব কঠিয়া! ইফালে যি ব'দ দিয়া আৰম্ভ কৰিলে—আৰু বৰষুণৰ খবৰ নাই। নদায়ে পথাৰত যি পলস পেলাইছিল, তাত ফাট মেলিলে। পানী অলপ পেলাই দিলে নিমিষতে শুহি নিব। ঘৰত নাই খুদকণ এটা, ল'ৰা-ছোৱালীয়ে ভোকত চিঞৰ-বাখৰ কৰে। মাকে দাঁত-মুখ কৰছি আছে। ভিক্ষাৰ জোলোঙাৰ বাহিৰে তেওঁলোকৰ উপায় নাই।

সন্ধিয়া পৰত ভিক্ষাৰ জোলোঙা ভৰাই দেউতাকহঁত ঘূৰি আহিব বুলি বাট চাই থকা ল'ৰা-ছোৱালীবোৰে ভোকৰ কথা পাহৰি খেলিবলৈ আৰম্ভ কৰে। তাৰে অলপ ডাঙৰ কেইটা—যি কেইটাই বানপানী হোৱাৰ আগতে স্কুললৈ অহাযোৱা কৰিছিল—চিঞৰি উঠে, চা চা সোণৰ ভাৰতৰ মেপ।

আটাইকেইটাই ল'ৰাটোৱে আঙুলীয়াই দিয়াৰ ফালে চাই দেখে —পৰিষ্কাৰ নীলা আকাশত তুলাৰ দৰে এচমকা বগা ডাৱৰে ভাৰতৰ মেপ আঁকিছে। লাহে লাহে মেপখন আকাশৰ মাজলৈ আহি আছে। আৰু যেন ডাৱৰখিনিয়ে ভাৰতৰ অখণ্ডতা বজাই ৰাখিব পৰা নাই; ক্ৰমাৎ এখন-এখনকৈ প্ৰদেশ বিচ্ছিন্ন হৈ আহিছে। আৰু চপৰা-চপৰ বগা মেঘবোৰ তুলাৰ দৰে উৰি উৰি গৈছে নীলা আকাশৰ বুকুৰেদি।

হাতত ডাঙৰ কৰিয়াটো লৈ গাখীৰ খাবাবলৈ যাওঁতে চোতালত পৰি

থকা শেৱালি ফুল দুপাহ তেওঁ নাকৰ ওচৰ চপাই নিলে। ফুল দুপাহ মৰহি যোৱা নাই, সতেজ হৈ আছে। শেৱালি জোপাৰ ওপৰলৈ চালে। ঠোক ভৰি আছে অলেখ মুকুল। তাৰে কিছুমানে আজি নিশালৈ পাহী মেলিব। আন বছৰতে আগত অনেক নিশাত নিজকে সজাই তুলিব। তেওঁ ভাবিলে আজি আহিনৰ কেইদিন গ'ল জানো! শেহ নিশাৰ বতাহত গাটো শিৰশিৰাই গৈছিল বিচনাত। বেডকভাৰখন পথানৰ ৰেলিংডালতে জাপি থোৱা আছিল। আনি গাতে পেলাই, লওঁ লওঁ বুলি এলাহতে থাকিল। মেখেলাখনৰ তলতে ভৰিকেইটা লুকুৱাই কোচমোচ খাই শুই থাকিল। শুই থাকিল মানে টোপনীনো কত আহে! এনেয়ে পৰি থকা আৰু। দিনৰ চোৱা পিচে এতিয়াও বৰ গৰম। আহিন মহীয়া ব'দ। কলাখাৰ শুকুৱাব পৰা ব'দ।

ভাল লগা হৈছে আঁবেলিটো। চৌদিশ সজীৱ-সতেজ। দূৰৰ ধাননিৰ ঠোক মেলোঁ মেলোঁ। কিন্তু এই ভাল লগাটো তেওঁৰ সহ্য নহয়। মনটো বিষণ্ণ হৈ পৰে। তেওঁৰ কাষত কোনোবা থকা হ'লে! পোনা বা বাবুল। লক্ষ্মীমা নাইবা পূৰ্ণিমা! লক্ষ্মীমা যে কত দিন অহা নাই। কোন সুদূৰত আছে। দিল্লী ইয়াৰপৰা কিমান দূৰ! এবাৰ তাই তেওঁক লৈ যাব খুজিছিল—ব'লা মা দিল্লীখন চাই আহিবা। কিমান বস্তু যে চাবলৈ আছে! ব'লা, তোমাৰ যিমান দিন মন যায় থাকিবা। মই তোমাক ঘৰত থোৱাই দিম। এইখনতে আৰু কিমান সোমাই থাকাঁ! তুমি ভূত হৈ যাবা।

—হেৰৌ এইখন এৰি যাওঁ কেনেকৈ? এই ঘৰখন?

এৰা সমস্যাই। কোনোবা এটাক ৰাখিবলৈ দিলে নাথাকিবনে? নোৱাৰে। কলৈকো ওলাব নোৱাৰে তেওঁ। সৌখিনিত নীলিৰ ঘৰখন—তালৈকো দিনতিয়াকৈহে যায় তেওঁ। এৰাতি থাকিবলৈ বুলি গ'লে কিমানখিনি জোৰা মাৰি যাব লাগে। তাকে নীলিয়ে দুখ কৰে—মাৰ বে আমাৰ ঘৰত থকা নহয়েই। গ'লে ল'ৰা-ছোৱালী কেইটাই ৰখায়—আইতা আজি থাকক, আইতা আজি থাকিব লাগিব। সিহঁতক নেওচি গুচি আহিব লগা হয়।

লক্ষ্মীমাৰ যেনিবা তাত থাকি অইন হওক নহওক চেহেৰা পানী ঠিক হৈ আছে। মুকলি মনেৰে থাকে। তাতে ভাতভো আৰু চাগে ইয়াৰ নিচিনা নহয়।

কেতিয়াবা ৰেডিঅ'ত খবৰ আছে—ক'ৰবাত বেলৰ ডবা বাগৰিছে। কিজানি সেইখন বেলতে লক্ষ্মীমাহঁত আহিছিল। আহিবও পাৰে। বহু-দিন অহা নাই। নিশ্চিন্ত হবৰ বাবে তেওঁ ভৰসা নাপায়। তেনেকুৱাতে যদি নীলিহঁতৰ কোনোবা আহে সোধে, হয়নে ক'ৰ বেল বাগৰিল অ'? মৰাবোৰ ক'ৰ?

নীলিহঁত আহিলে যেনিবা খা-খবৰবোৰ পায়। লক্ষ্মীমাই নীলিলৈ দিয়া চিঠিৰ খামতে তেওঁলৈকো এখন দিয়ে। তেতিয়াহে তেওঁ নিচিন্ত হয়।

এনেকুৱা দিনবোৰ তেওঁৰ কিবা উৎসৱ উৎসৱ লাগে। আকাশে-বতাহে যেন কিহবাৰ আয়োজন। কাৰোবাৰ আগমন। কাৰোবাৰ আগমনৰ বাজনা বাজে। গুৰু-গম্ভীৰ বাজনা—দমদমাদম দমদমাদম। আয়তীয়ে নাম গায়—

ওলাই আহে ৰঙাবেলি, বলাই আহে বাৰ হে মা।

ওলাই আহে জয়দুৰ্গা, জুৰাই আহে গাৰ হে মা॥

তেওঁ চশমাজোৰ পিন্ধি পঞ্জিকাখন মেলিলে। বেলবৰণ কেতিয়ালৈ হ'ল জানো! নীলিহঁত য'ত থাকে তাতহে দুৰ্গা পূজাৰ পয়োভৰ। এই-খিনিত মহাপুৰুষীয়া মানুহ বেচি। পূজা-পাতল মনা কেইঘৰে পূজা এভাগ কৰে বাৰোৱাৰীকৈ। তালৈকে তেওঁ আটাইকেইদিন ওলাই যায়। শোভন ঠাকুৰৰ ঘৰতো ঘৰুৱাকৈ পূজা এভাগ কৰে। তালৈকো মাতে। এপাক মাৰি আহে। নৱমীৰ দিনা কিন্তু নীলিহঁতৰ তাত পূজা চোৱাটো তেওঁৰ নিয়ম।

পঞ্জিকাখন সামৰি থলে তেওঁ। এনে ফৰকাল বতৰত এনে মন ভাল লগা দিনত কোনোবা ওলোৱাহি হ'লে!

ক্ৰমে গধূলি হৈ আহে। তেওঁৰ মনটোও যেন আন্ধাৰ-আন্ধাৰ হয়। পুৱা সৰা শেৱালিবোৰ আবেলিলৈ শুকাই যায়। পখিলীয়ে সাৰি নিয়ে জাবৰৰ লগত।

নিশা ডাল-পলিয়ানে মেকুৰী চিলিঙৰ ওপৰেদি দপদপাই অহাযোৱা কৰে। তেওঁৰ এনে লাগে যেন ভূতেহে নাচোন নাচিছে। ভূতে যে বাহ লব কথা নাই। ইমান প্ৰকাণ্ড ঘৰ, ইমানবোৰ কোঠা। এতিয়া হয়তো তেওঁৰ কোঠাবোৰৰ দুৱাৰ খুলিবলৈকো ভয় লাগিব। প্ৰতিটো কোঠাতে অন্ধকাৰৰ মাজত সোমাই আছে অজস্ৰ ভূত। সিহঁত তেওঁৰ ওপৰতে জঁপিয়াই পৰিব। তেওঁ অসাৰ হৈ পৰি থাকে। ইকাটি-সিকাটি কৰিবলৈকো ভয় লাগে যেন। লক্ষ্মীমাই কৈছিল, ইয়াত সোমাই সোমাই তুমি ভূত হৈ যাবা। যাব, যাব। তেওঁ ভূত হৈ যাব। ভূতৰ লগতে যে তেওঁৰ সঙ্গ!

শেষ হৈ গ'ল। তেওঁৰ জীৱনৰ ৰসপম সকলো এইখন ঘৰতে শেষ হৈ গ'ল। আগৰ কালচোৱা গ'ল যন্ত্ৰৰ দৰে আনৰ কাৰণে কাম কৰোঁতে। এতিয়া নিঃসঙ্গতাত এই ঘৰটোৱে তেওঁক গোটে গোটে গিলিছে। তেওঁৰ নিস্তাৰ নাই। তেওঁৰ কতো গুলাবৰ উপায় নাই। এই ঘৰ-বাৰী তেওঁক কিয়? কাৰ কাৰণে তেওঁ এইবোৰ ৰখি আছে? তেওঁৰ মুক্তি নাই। এইবোৰতো তেওঁক একো নালাগে। তেওঁ সাত্ত্বিক আহাৰ কৰা, উকা কাপোৰ পিন্ধা এজনী বুঢ়ী মানুহ—এই সা-সম্পত্তি ঘৰ-বাৰী লৈ কিয় থাকিব লাগে?

ক'ৰবাত বহুদূৰত, স্থানৰ দূৰত্বতকৈয়ো কালৰ অধিক দূৰত্বত এখন নদীৰ পাৰত এটা জুপুৰী আছিল। তাৰ বেৰবোৰ জলঙা ইকৰাৰ। সেই ঘৰটো বৰ ভাল আছিল। তাত একো ৰখি থাকিব নেলাগে। দুৱাৰখন জপাই যেনি মন যায় গুচি যাব পাৰি। সেই ঘৰটোহে তেওঁক লাগে। কিন্তু নাই। সেই ঘৰটো খহনীয়াত উটি গৈছে। তাৰ কোনো অস্তিত্বই নাই এতিয়া।

কোঠাটোৰ ভিতৰত কিহবাৰ জপজপ শব্দ হৈছে। খটখট শব্দ হৈছে। চাব নেকি লাইটটো জ্বলাই?

বেডচুইচটো তেওঁ টিপি দিলে। আন্ধাৰবোৰ পলাই ফাঁট মেলিলে। আঠুৱাৰ ভিতৰৰ পৰা তেওঁ স্পষ্ট দেখিলে চুণা বাদুলী এটা কোঠাটোত ঘুৰি ফুৰিছে। এবাৰ গৈ এখন ভেণ্টিলেটৰত খুন্দা মাৰিছে, আনবাৰ

বিপৰীত ফালৰ ভেন্টিলেটৰত খুন্দা মাৰিছে। ভেন্টিলেটৰৰ আইনাখন চিনিব পৰা নাই, সেইপিনে ওলাই যোৱাৰ বাট আছে বুলি ভাবিছে।

সাৰি থোৱা চোতালখনত নতুন শেৱালি সৰিলে। যোৱানিশাৰ ভাৱনাবোৰ তেওঁৰ অযুক্তিকৰ আৰু অবাস্তৱ যেন লাগিল। কিন্তু দিনটো ব্যস্ততাৰে পাৰ কৰাৰ পিচত আবেলিৰ পৰা আকৌ মনটো বিষণ্ণ হৈ পৰে। ইটো সিটো কামত নিজকে পাহৰাই ৰাখিবৰ যত্ন কৰে। নতুনকৈ বনোৱা আচাৰখিনিত তেল মছলা সানে। পখিলীৰ হতুৱাই ঢেঁকিশালখন চাফা কৰে। তিয়াই থোৱা পিঠাগুৰিৰ চাউলখিনি খুৰলিত বাকি দিয়ে। পখিলীয়ে ঢেঁকি দিয়ে। তেওঁ চালি দিয়ে।

পখিলীয়ে ঢেঁকিৰ চাবে চাবে ইটো সিটো কথা উলিয়ায়—পূজালৈ আৰু কেইদিন আছে জানো!

পালেহিয়েই—অহা সোমবাৰে পাটত তোলাব। তোকো চোলাৰ কাপোৰ এটা আনি দিব লাগিছিল। ব্ৰজেনৰ দোকানত ক'পাৰেটিভৰ বাছিবে আন কাপোৰো থাকে নহয়। তয়ে নহ'লে এটা চাই আনিবি। আৰতিয়ে আমাৰ মেচিনটোতে চিলাই দিব।

পখিলীয়ে কিবা এটা কব খুজিছিল। তেওঁ ক'ৰবাত কিবা কোঢ়াল হোৱা যেন শুনিলে। ৰবিচোন ৰবি। পখিলী ৰল। ঢেঁকিও ৰখালে। হয়, তৰুহঁতৰ ঘৰত কোনোবাই কাজিয়া কৰিছে। এজনী তৰুৰ মাক। আনজনী যোৰহটীয়ানীনেকি! তেওঁ ছালনী ৰখাই কাণ দিলে। একো বুজিব নোৱাৰি কি লাগিছে। এই তৰুৰ মাকজনীৰ ৰব বেয়া দস্তুৰ কিছুমান আছে। লেতেৰাৰ পিনেও লেতেৰা আৰু ওচৰ চুবুৰীয়াৰ লগত কেনেকৈ কাজিয়া কৰি থাকে। চোৱাঁচোন কেনেকৈ তালফাল লগাইছে। দে দে পখিলী, এইবোৰ শুনি থাকিব নেলাগে; তই ঢেঁকি দে। পখিলী! অ' আই এইজনী এইখিনিত নাই! তেওঁ উঠি আহিল। পখিলীয়ে তেওঁলোকৰ আৰু তৰুহঁতৰ ঘৰৰ মাজৰ চাপৰ কৰ্দৈজোপাৰ তলত বৈ কাজিয়া শুনিছে।

—তোৰ কিহে পালে অ' কাম এৰি কাজিয়া শুনিবলৈ। গুচি আহ সেইবোৰ শুনি থাকিব নেলাগে।

—আই কিবা বাল্টি এটাৰ পৰা লাগিছে। তক বাইদেউহঁতৰ ঘৰৰ বাল্টি এটা হেৰাইছিল হেনো। কেইবাদিনো হ'ল। আজি মাকৰি নবৌহঁতৰ ঘৰৰ পৰা এইটোৱেই মোৰ টিং বুলি বাল্টি এটা লৈ গুচি আহিলে। তাৰ পিচৰ পৰাই ছুয়োজনীৰ তয়াময়া।

পখিলীয়ে যি বুজিলে কাজিয়াখনৰ সাৰাংশ কলে। তেওঁ একো নেমাতিলে।

পিঠাগুৰিখিনি ভিতৰত থৈ অলপ শুকুৱাবৰ কাৰণে ডলা এখনত মেলি ৰ'দত দিলে। বাকীখিনি ভাজিবলৈ এতিয়াই নোসোমাওঁ বুলি বাহিৰতে বহিল। তেতিয়ালৈ কাজিয়াখন শেষ কৰি ছুয়োজনীয়ে নিজৰ নিজৰ কামত ধৰিছে যদিও ছুয়োজনীয়ে তেতিয়াও কামৰ ফাঁকে ফাঁকে ওলাওঁতে সোমাওঁতে একোষাৰ কৈ থাকে।

চাইকেলখন লৈ কোনোবা এটা সোমাই আহিল। বীৰেণ—তেওঁৰ জোঁৱায়েক। ভালেমান দিন অহা নাই নীলিৰ গিৰিয়েক। তেওঁ এনেয়ে মুৰত থকা ওৰণিখন নামমাত্ৰ আগবঢ়াই দিলে। হাঁহি এটা মাৰি ক'লে, আজিনো কি মনত পৰিল বুঢ়ী শাহুজনীলৈ!

বীৰেণ মানুহটো গহীন। শাহুৱেকৰ কথাত নামমাত্ৰ হঁহাৰ নিচিনা কৰিলে। কিন্তু সেই হাঁহিটো হাঁহিৰ নিচিনা নালাগিল। তেওঁ জোঁৱায়েকক বহিবলৈ দিব নেলাগে। জোঁৱায়েক নিজেই মাজৰ কোঠাৰ চকী এখনত বহিলগৈ। তেওঁ কুশল-মঙ্গল সুধিলে। বীৰেণে চমুতে ভালেই বুলি ক'লে। তাৰ পিচত তেওঁ তুমি বহাঁচোন বাৰু মই চাহকে অকণমান কৰোঁ বুলি ভিতৰ সোমাল। বীৰেণৰ চাহ-তাহ খাবৰ ইচ্ছা নাছিল। কিন্তু তেওঁ বাধা নিদিলে। কাৰণ তেওঁ বাধা দিলেও শাহুৱেকে নেমানে। কিবাকিবি খোৱাবস্তু আনি আগত যাচিবই।

বীৰেণ যেনেকৈ আহিছিল তেনেকৈ গুচি গ'ল। তেওঁ চাই থকা বীৰেণ যোৱাৰ ফালে। বীৰেণ গৈ নেদেখা হ'ল। তেওঁৰ সন্মুখত থাকিল

মাথোন কাণিমুনি গোধূলিৰ আন্ধাৰ। তেওঁ বহুদূৰলৈ চাবৰ যত্ন কৰিলে, কিন্তু তেওঁৰ সন্মুখত আন্ধাৰেহে চুলি মেলি ধৰিলে।

চাহ খোৱা গিলাছ প্লেটবোৰ সামৰিবলৈ অহা পখিলীয়ে চিঞৰ মাৰি দিয়াদি ক'লে, ঐ আই ভিনদেৱে দেখোন একোটোকে নেখালে! আই এইবোৰ ক'ৰবাত থৈ দিব নেকি? ভিনদেৱে অকল চাহকণহে খালে।

—আই দেখোন থৰ লাগিল? আই আচাৰৰ বটলবোৰ সামৰাই নাই দেখোন। পিঠাগুৰিৰ ডলাখন ময়ে আনি পিচফালৰ বাৰান্দাত থৈ দিছোঁ।

তথাপিও তেওঁ লৰচৰ নকৰা দেখি তাই ক'লে, আই ভিনদেউ কেলেই আহিছিল?

তেওঁ সম্বিত পোৱাদি পালে আৰু নিজকে লুকুৱাবৰ যত্ন কৰিলে— নাই এনেয়ে আহিছিল বহুদিন অহা নাই বাবে। তই ডলাখন সামৰিলি নেকি?

তেওঁ গৈ আচাৰৰ বৈয়ামবোৰ সুমুৱালে।

সন্ধিয়া পখিলী আৰু মিঠাৰামক চাহ বাকি দি ক'লে, আজি মোৰ গাটো ভাল লগা নাই অ' ভাত কেইটামান আছেই। মিঠাৰামে তাকে খাবি। পখিলীয়ে জলপানকে খাব। হ'বনে বাৰু?

—হ'ব আই।

চাহৰ বাতিটো মুখৰ আগলৈ নি মিঠাৰামে সুধিলে, আইৰনো গাটো কি বেয়া লাগিছে?

—মূৰটো দেখোন বিষাই বিৰাই আছে। গাটোও সিৰসিৰাই আছে।

—হ'বই আই। সময়টো কেনেকুৱা হৈছে! তাতে আপুনি ৰাতি-পুৱাই নিয়ৰবোৰ খছকি গাখীৰ খীৰায়গৈ, শাকনি পাৰ। কি কৈছে— ময়ে আজি যি কেইটা হাঁচি মাৰিছোঁ।

শাকনি বুলিলতে মনত পৰিল, বীৰেণ আহোঁতেই তেওঁ ভাবিছিল, শাক-পাচলি অলপ বেগ এটাত ভৰাই দি পঠাব লাগিব। চৰ পাহৰিলে।

পখিলীজনীৰ টোপনিটো বেচি। বিচনাত পৰাৰ লগে লগে মাত্ৰ পাবলৈ টান হৈ পৰে। তেওঁৰ এনেয়ে টোপনী নাই; আজি আৰু নাহে।

পিচদিনা তেওঁ গা ধুই ইহঁতক চাহ অকণ খাবলৈ দি আগবেলাতে বিজয়াৰ ঘৰলৈ গ'ল। চিধাই তেওঁ পাকঘৰ পালেগৈ। বিজয়াই তললৈ মূৰ কৰি অমিতা এটা কুটি আছিল মৈদা এখন পাতি লৈ। অপৈনত অমিতাৰ কেঁচা গুটিবোৰ মজিয়াখনত বাগৰি ফুৰিছে। ছটা পাৰই সেই গুটিবোৰ খাইছে। প্ৰথমে ভয়ে ভয়ে তাৰ পিচত বিজয়াক নিৰ্বিকাৰ দেখি নিৰ্ভয়ে টপাটপ ঠোঁটেৰে অমিতাৰ গুটি বুটলিছে। তেনেতে তেওঁ ওলালেগৈ—ভাত বঢ়ালানেকি বিজয়া?

বিজয়া চক খাই উঠিল। বিজয়াৰ গাল দুখন দেখোন চকুৰ পানীকে তিতি আছে!

—কি হ'ল বিজয়া কান্দি আছঁা দেখোন?

—নাই বাইদেউ এনেয়ে।

—কি এনেয়ে—এনেয়ে মানুহে কান্দেনেকি? সকৰ লগত কিবা লাগিল হবলা?

—আমাৰনো আৰু কি! মাইকী হৈ জন্ম লৈছোঁ। লেপোলেপৌকে খাটিবলৈ আৰু মতাৰ মাৰ-কিল খাবলৈ। বিজয়াৰ যেন শোকটো উথলি উঠিল পুনৰ।

—ই সককণটো বৰ অসভ্য। দিম ৰ'বা তাক। কিহৰ মাইকী-জনীৰ ওপৰত ৰবমতা ওলাইছেহি।

তেওঁক নিজৰ পক্ষ লোৱা দেখি বিজয়াৰ শোক অকণমান লাঘৱ হ'ল। চকুপানীখিনি চাডৰেৰে মোহাৰিলে। পাৰকেইটা যেন এতিয়াহে বিজয়াৰ চকুত পৰিল। চুহ কৰি দিলে। জপজপাই পাৰ কেইটা উৰি গ'ল। বেচি দূৰলৈ নগ'ল। দুৱাৰমুখত বৈ ভুমুকিয়াই থাকিল।

প্ৰসঙ্গটো সলাই তেওঁ হুমুনিয়াহ টানি ক'লে, কিনো কৰা, আমাৰ খবৰটো পাইছানে নাই? আমাৰ কমীৰ?

বিজয়া হা কৰি ৰ'ল—কমীৰ! কি হ'ল কমীৰ?

—কবলৈ লাজো লাগে, দুখো লাগে ; কমীয়ে ক'টমেৰেজ কৰিলে।

—ক'ত ?

—গুৱাহাটীতে।

—স'ৰাটো জাতৰেনে ?

—কব নোৱাৰোঁ। সি বোলে কমিউনিষ্ট। কমিউনিষ্টৰতো জাতি-ধৰ্ম একো নেমানে।

বিজয়াৰ হাতৰ অমিতা হাততে থাকিল। অসাৱধানতাত মৈদাখনে যে কাটিব পাৰে সেইটোও খবৰ নাই। দেখিছেনে বাৰু তাই জনা-শুনা ছোৱালী হৈ তেনেকুৱা কৰিব লাগেনে ?

তাৰ পাচত সম্বিত পোৱাৰ দৰে অমিতাকণ কুটিবলৈ ধৰিলে।

—এৰা তাই যে তেনেকুৱা কিবা এটা নকাৰৰও তাৰ মানে নাই। আপুনি তাইৰ কথাবোৰ মন কৰা নাইনে ?

দুই-এটা কথা পাতি তেওঁ উঠিল। আচলতে তেওঁ বিজয়াক কথাটো কবলৈকে আহিছিল। বিজয়াৰ বাহিৰে এই পৰ্যন্ত তেওঁ কাকো কোৱা নাই। বিজয়াই চোতাললৈকে আগবঢ়াই দি ক'লে, আপুনি আকৌ কথাটো যাৰে তাৰে আগত কৈ নুফুৰিব। যিহে মানুহ তকৰ মাকৰ নিচিনা মানুহে পালেতো টোটোকে ৰৌটো কৰিব।

কাম-কাজত তেওঁৰ মন নবহা হ'ল কথাটো শুনাৰে পৰা। কথাটো এতিয়াও বিশ্বাস কৰিবলৈ টান লাগে। কমীক তেওঁ কেচুৱাৰ পৰা ডাঙৰ কৰিছে। কত দিনৰ সুখ-দুখ হাঁহি-কান্দোন কমীৰ লগত গঠা আছে। সেই কমীয়ে ? নহয় নহয় সেই কমী আৰু এই কমী একে নহয়। এই কমীক তেওঁ নিচিনে, অপৰিচিতা। এইবাৰহে তেওঁৰ হুকহুকাই কান্দি দিবৰ মন গ'ল। বুকুৰ মৰম দি কিমানক আপোন কৰিবৰ যত্ন কৰিলোঁ।—সকলো গুচি গ'ল। কাকো আজি চিনি নাপাওঁ।

তেওঁ ডাঙৰ বাকচ এটা উলিয়ালে। বহুতো কাপোৰৰ মাজত এজোৰ সুন্দৰ বুটা বচা সিংখাপৰ কাপোৰ। আগতে কিবা কাৰণত বাকচ খোলোতে কাপোৰজোৰ দেখিলে কমীয়ে কয়, বাঃ বৰ ধুনীয়া কাপোৰজোৰ !

পিন্ধিবি পিন্ধিবি বিয়াত তোকে দিম।

—ইঃ আইতা—যে মই কিবা বিয়া হম নেকি?

—নহয়। বাপেৰে সদায় খুৱাই থাকিব! থ থ সেইজোৰ ললি কিয় আকৌ?

—আইতা আগতে তোমালোকে এইবোৰ সদায় পিন্ধি থাকিব লাগে নেকি?

—হেৰ আই সেই গাম খাৰুজোৰ সদায় পিন্ধি থাকিবলৈ হ'লে সেই-সোপা পিন্ধি বহি থকাহে হ'ব।

বাকচটো আগত লৈ তেওঁ বহি থাকিল। কমীক তেওঁ এইবোৰ পিন্ধাই কতবাৰ কল্পনা কৰিছে কইনাৰ ৰূপত। তেওঁৰ মৰমৰ নাতিনী কইনা হব! কেনেকৈ শুৱাই পৰিব! অবুজন কমীজনী, তেওঁক কথাই পাতি উভতি ধৰা কমীজনী শান্ত-শিষ্ট বাধ্য হৈ তেওঁ যিহকে কয় সেইমতে কৰিব। কমীৰ ডুচকুৰেদি পানী বাগৰি আহিব। তেওঁ উপদেশ দিব—এনেকৈ চলিবি, তেনেকৈ চলিবি। বোৱাৰী হোৱাটো সহজ কথা নহয়। তেওঁৰ অভিজ্ঞতাবোৰেৰে শিক্ষা দিব কমীক। কমী গুচি যাব লোকৰ ঘৰলৈ।

পিচদিনা তেওঁ নীলিৰ ঘৰৰ পৰা আহিলগৈ। বিজয়াও গ'ল লগত। নীলিৰ বৰ দুখ। মানুহৰ আগত ওলাবলৈ লাজ লগা হৈছে। ল'ৰা-ছোৱালী কেইটাৰ মুখত হাঁহি নাই। বীৰেণ গহীন। বিজয়াই ক'লে, তাই পঢ়া-শুনা কৰা ছোৱালী হৈ তেনেকুৱা এটা কাম কৰিব নেলাগিছিল। কিনো কৰিবা এতিয়া—ভাগ্যত আছিল! এতিয়া তাই যাতে সুখেৰে থাকিব পাৰে তাকেহে ভাবিব লাগে।

—এৰা এতিয়া হৈ যোৱাটোলৈ চিন্তা কৰি থাকিলে লাভ নাই। ভালেই হৈছে। ডাঙৰ ছোৱালীজনীক মনৰ হেপাঁহেৰে বস্ত্ৰ-বাহানীৰে দিবলৈ ভাল লাগে। তাকে যেনিবা নহ'ল। —তেওঁ ক'লে।

আবেলিলৈ তেওঁ আৰু বিজয়া গুচি আহিল। নীলিৰ মনটো গোমোঠা হৈয়েই থাকিল।

পূজা আহিল; পূজা গ'ল। এইবাৰ পূজাই মনত আনন্দ দিব

নোৱাৰিলে। কলৈকো ওলাই নেযাওঁ বুলিয়েই ভাবিছিল। কিন্তু বিজয়াই আহি লগ ধৰেহি—বলকচোন বাইদেউ। বেচেৰীবো লগ নাই। বাধ্যত পৰি যাব লগা হয়। বিজয়াৰ আকৌ এইবোৰত বৰ চখ। ভাব-ভক্তিও অলপ বেচি। পূজা ঘৰত বহুতো মানুহ লগ পালে। ইজনীয়ে সোধে, হয়নে নীলিমাৰ মাক কথা এটা শুনিছোঁ; সিজনীয়ে সোধে, হয়নে কমী বোলে অজাতি এটালৈ গ'ল? কোনোবা এজনীয়ে সুধিলে, হয়নে তাই যে তেনেকৈ গ'ল, হোমটো কৰি যোৱা হ'লে কি হ'লহেঁতেন?

তেওঁ কমীক ৰক্ষা কৰিয়ে যথা সম্ভৱ উত্তৰবোৰ দিলে যদিও সকলো প্ৰশ্নৰে উত্তৰ তেওঁৰ ওচৰত নাছিল। ইমানবোৰ প্ৰশ্নৰ উত্তৰ দিবলৈ পাই তেওঁৰ কমীৰ ওপৰত খং উঠিল। তই তেনে এটা কাম কৰিলি, কৰিলি; কিন্তু তাৰ উত্তৰ তয়েই দিব লাগিছিল এই মানুহবোৰক। তয়েই জবাব দে ইয়াৰ।

জবাব আহিছিল। খপজপকৈ তেওঁ খামটো ফালি পখিলীক চিঞৰিলে—পখিলী মোৰ বিচনাৰ ওচৰৰ ৰেকডালতে চশমাজোৰ আছে লৈ আহচোন। ইমান দীঘল চিঠি! গোট গোট আখৰেৰে লিখিছে যদিও ইমানখিনি আখৰ তেওঁ কেনেকৈ গাব। কমীয়েই দিছে যেন লাগিছে। তেওঁ পঢ়িবৰ যত্ন কৰিলে। 'মৰমৰ আইতা'—হয় কমিয়েই। তেওঁ ইফালে-সিফালে চালে। আৰতিজনী ওলোৱাহি হ'লে। নাই। তেওঁ নিজেই পঢ়িবৰ যত্ন কৰিলে। 'মই বুজিছোঁ মোৰ ওপৰত তোমালোকৰ খং অভিমানৰ অন্ত নাই। কিয়নো ইতিমধ্যে নিশ্চয় মই আৰু প্ৰদীপুই ক'ৰ্টত বিয়া হোৱাৰ খবৰ তোমালোকৰ ওচৰ পাইছেগৈ। পৰম্পৰাগত সামাজিক নিয়মবোৰ আমি ভঙ্গ কৰিছোঁ। কাৰণ সেইবোৰ এতিয়া বৰ পুৰণি হৈ গৈছে আৰু বৰ্ত্তমান সময়ৰ অনুপযোগী হৈ আহিছে। অৱশ্যে আমি যি ক'ৰ্টত বিয়া হৈছোঁ তাতো আমাৰ আস্থা নাই। তথাপিতো আমাৰ বিয়াৰ সাক্ষী স্বৰূপে এই ব্যৱস্থাকে গ্ৰহণ কৰিছোঁ। আইতা, তোমাৰ মতৰ লগত আমাৰ মত কাহানীও নিমিলিব পাৰে। কিন্তু তুমি চিন্তা নকৰিবা আমি একো বেয়া কাম কৰা নাই। আমি চিন্তা কৰিব জনা ডাঙৰ ডাঙৰ ল'ৰা-ছোৱালী। আমি পুৰণিক ভাঙি

নতুন গঢ়িব বিচাৰোঁ। আইতা, আমি একোলৈকে ভয় নকৰোঁ। আমি সুখী হোৱাটো জানো তোমাৰ কাম্য নহয়?'...আৰু বহুত লিখিছে কমীয়ে। কিন্তু তেওঁৰ চকুজোৰ জলক-তবক কৰিছে। তেওঁৰ আবেগত চকুপানী ওলাইছেনে নাই আখৰবোৰে চকুহুটাক আমনি কৰিছে? কমীয়ে আশীৰ্বাদ বিচাৰিছে।

চিঠিখনৰ কথাবোৰ তেওঁ ভালকৈ নুবুজিলে। কেনেকুৱা ধৰণৰ ল'ৰা-ছোৱালী এইবোৰ? একোলৈকে কেৰেপ নকৰে। ভয়-ভ্ৰান্তি নাই। তেওঁৰ জীৱনকালত ক'ত ল'ৰা-ছোৱালীৰ সংস্পৰ্শলৈ আহিল কিন্তু এনেকুৱা ল'ৰা-ছোৱালী তেওঁ পোৱা নাই। পুৰণিক ভাঙিব খুজিছে। পুৰণিক ভাঙিব পাৰি জানো? পুৰণি মাটিৰ লগত নিকপকপিয়াকৈ লাগি থাকে। পাৰি জানো ভাঙিব? ভাঙিবলৈ খোজাটো হনুমন্তৰ নেজ ডাঙিব খোজাৰ দৰে নহ'বনে? হেৰৌ তহঁত কেইদিনৰ ল'ৰা-ছোৱালী —তহঁতৰ অভিজ্ঞতাই বা কিমান? নতুন কিবা এটা কৰিবলৈ গৈ তহঁত নিজৰেই লঘু-লাঞ্ছনা নহ'বনে?

সন্ধিয়া গোঁসাই ঘৰত বন্তি গছি দি সেৱা জনাওঁতে তেওঁ সিহঁত-হালৰ কথাও ভাবিলে। সিহঁতৰ যেন সুখ হয়। পুৰুষৰ পিচত পুৰুষ ধৰি পূজা কৰি অহা শালগ্ৰাম আৰু লক্ষ্মী-নাৰায়ণৰ যুগল মূৰ্তিৰ মাহাত্ম্য আছে। অনেক সৰু-বৰ কাহিনী আছে। তেওঁ এইখন ঘৰত ভৰি দিয়াৰ পৰা এইবোৰ শুনি আহিছে। সকলোতকৈ আকৰ্ষণীয় কাহিনীটো তেওঁৰ শাহুৰেকৰো শাহুৰেকৰ দিনৰ।

তেওঁৰ নাম আছিল কামিনী।

এদিন শালগ্ৰাম ধুৱাই পূজাৰী ওলাই যোৱাৰ পিছত কামিনীয়ে দেখিলে এডাল সাপ থাপনাৰ ওচৰত বৈ আছে। তেওঁ চিঞৰ মাৰি দিলে। সাপডাল ঠিতাতে নাইকিয়া হ'ল। চিঞৰ শুনি ঘৰৰ আন মানুহ দৌৰি আহি কতো সাপ নেদেখিলে। বিচাৰি খোচাৰি কতো সাপ নেপাই সকলোৱে মত প্ৰকাশ কৰিলে যে গোঁসাই ঘৰত সাপ থকাটো বেয়া লক্ষণ নহয়। তাক দেখিলেও মাৰিব নেলাগে। একো অপকাৰ নকৰে।

তাৰ পিচদিনাও সেই একে সময়তে তাত সাপডাল দেখিলে তেওঁ। পুনৰ চিএৱৰ-বাখৰ কৰিলে তেওঁ। মানুহ আহি পায়মানে সাপ অন্তৰ্ধান হ'ল। কেনি ক'ত লুকাল তেওঁ ততকে ধৰিব নোৱাৰিলে।

সেই নিশা কামিনীয়ে এটা সপোন দেখিলে। বহুতো সপোন মানুহে অস্পষ্টকৈ দেখে। কিন্তু সেই সপোনটো ইমান ফটফটিয়াকৈ তেওঁৰ মনত থাকিল। ৰাতি দেখা সপোনৰ ফলাফল চাই বিষম হ'লে তাৰ প্ৰতিকাৰৰ ব্যৱস্থা কৰা তেওঁলোকৰ নিয়ম। পিচদিনা গোটা কথাটো কামিনীয়ে গিৰিয়েকক ক'লে। গিৰিয়েকে ভাবি-চিন্তি চাই ক'লে, স্বপ্ন-টোতো একো বেয়া নহয়। বাক চোৱাঁচোন আজিও সাপডাল ওলায়নেকি।

হয়। সেইদিনাও সেই নিৰ্দিষ্ট ঠেগাত সাপডাল। স্বপ্নৰ নিৰ্দেশমতে সাজু কৰি ৰখা গাখীৰ বাতি সাপডালৰ পৰা কিছু নিলগত ৰাখিলে। ভয়ত তেওঁৰ হাত, ভৰি, বুকু কঁপিবলৈ ধৰিলে। সাপডাল লাহে লাহে আহি গাখীৰ বাতিত মুখ দিলেহি। সাপডালৰ নেজৰ ফালে কামিনীয়ে মন কৰিলে। সোনৰ বৰণ।

কামিনীয়ে নোৱাৰিলে। গিৰিয়েকে তেওঁক ভৰ্ৎসনা কৰিলে— উপযাচি ঘৰলৈ লক্ষ্মী আহিছে, তুমি গ্ৰহণ কৰিব নেজানিলা। তুমি নেজডাল ভালকৈ মন কৰিছিলানে?

—কৰিছিলো, সাইলাখ সোণ।

—ঠিক আছে কালিলৈ মই ওচৰত বৈ থাকিম। পিচদিনা সাপডালে গাখীৰ বাতিত মুখ দিছে। কামিনীয়ে ভয়ে গিৰিয়েকৰ ফালে চালে। গিৰিয়েক পিচফালে বৈ আছে। গিৰিয়েকে ইঙ্গিত দিলে। তেওঁ আগবাঢ়ি ভয়ত আকৌ কোচ খাই আহিল। গিৰিয়েকৰ চকু দুটা খঙত জ্বলি উঠিল। দুৱাৰ চুকৰ পৰা দুৱাৰত দিয়া দাংডাল তুলি কামিনীক মাৰিবলৈ দাণ্ডি ল'লে।

কামিনীয়ে দুৰ্গা নাম লৈ আগবাঢ়ি গ'ল। তাৰ পিচত কেনেকৈ যে কামটো কৰিলে তেওঁ ক'ব নোৱাৰে। তেওঁ কামটো কৰি আঁটাইছেহে গিৰিয়েকে 'দিয়াঁচোন দিয়াঁ, মোৰ হাতলৈ দিয়াঁ' বুলি কাঢ়ি নিজাৰ ঘৰে লৈ গ'ল। সাইলাখ সোন নহয়—সোনেই। সাপডালৰ কালে বুলি

চালে। নাই। তেওঁলোক কোবাকুৰিকৈ আঁতৰি আছিল। জুইত পুৰি চালে। জিলিকি উঠিল। কথাটো কাকো নক'লে। গোপনে থাকিল দুয়োৰে মাজত।

তাৰ পিচৰ পৰা আৰু তেওঁৰ ভয় নলগা হ'ল। প্ৰথম কিছুদিন গিৰিয়েক ওচৰত বৈ থাকিছিল যদিও পিচলৈ গিৰিয়েক নাথাকিলেও কামিনীয়ে ঠিক জোখত একাঙুল নেজ কাটি আনিব পাৰিছিল। এইটো তেওঁৰ বাবে এটা দৈনন্দিন সাধাৰণ কাম হৈ পৰিল।

অনেক দিন পাৰ হ'ল এইদৰে। তেওঁৰ বোৱাৰী আছিল। বোৱাৰীয়েও এই কথাৰ ভূ নেপায়। কিন্তু এদিন কামিনী শয্যাগত হ'ল। পুৰুষৰ দ্বাৰা এইটো কাম কৰিব নেপায়। একমাত্ৰ এইখন ঘৰৰ বোৱাৰীয়েহে পাৰিব। উপায় নাপাই কামিনীয়ে বোৱাৰীয়েকক ওচৰলৈ মাতি কাণে কাণে কথাটো ক'লে। বোৱাৰীয়েক ৰোমাঞ্চিত হৈ পৰিল। জোখৰ একাঙুল কাটি আনি পাগলীৰ দৰে আহি কামিনীৰ বিচনাৰ ওচৰ পালেহি—আই! এয়া লওক।

কামিনীয়ে সোণৰ টুকুৰাটো হাতলৈ লৈ বোৱাৰীয়েকৰ আনন্দ অধীৰ অৱস্থাটো লক্ষ্য কৰি ক'লে, খবৰদাৰ। কোনেও যাতে গম নেপায়।

পিচদিনা বোৱাৰীয়েকে জোখতকৈ দীঘলকৈ অকণমান কাটি আনিলে। বৰ বুদ্ধিমানৰ কাম কৰিলো বুলি, শাহুৱেকৰ পৰা প্ৰশংসা পাম বুলি আশা কৰি শাহুৱেকৰ হাতত তুলি দিওঁতে শাহুৱেক কামিনীয়ে ৰণচণ্ডি মূৰ্তি ধৰি আছিল—পাপীনী তই কি সৰ্বনাশ কৰিলি! লোভ কি বেয়া বস্তু তই আজিও নাজানিলি? ভাল হ'ল, হাতৰ লক্ষ্মী হাতভে হেৰুৱালি।

থৰ লাগি বৈ থকা বোৱাৰীয়েকৰ গাটো থৰ থৰকৈ কঁপিবলৈ ধৰিলে। হুকহুকাই কান্দি তেওঁৰ ভৰিত পৰিল।

—এতিয়া মোৰ ভৰিত পৰিলে কি হ'ব? মই কিটো কৰিব পাৰিম? যি কৰিলি তাক জানো নোহোৱা কৰিব পাৰিবি?

নাহিল। পিচদিনা হাতত গাখীৰ বাতি লৈ কামিনীৰ বোৱাৰীয়েকে ইমান পৰ অপেক্ষা কৰিলে সাপডাল নাহিল। তাৰ পিচদিনাও নাহিল।

তাৰ পিচদিনাও। পাপ আৰু অপৰাধবোৰত মানুহজনী খীনাই-শুকাই যাবলৈ ধৰিলে। অনেক পূজা-অৰ্চনা কৰিলে, দান-দক্ষিণা কৰিলে— মানুহজনীৰ হেৰোৱা স্বাস্থ্য ঘূৰি নাহিল। তেনেকৈয়ে লেৰেলি লেৰেলি গাভৰু মানুহজনী এদিন মৰি থাকিল।

—বহুত দিনৰ মূৰত বৰ ভাল সাধু এটা ক'লা আইতা! কমীয়ে খুকখুকাই হাঁহি উঠিল।

—সাধু নহয় অ' এইজনী—সঁচা কথা। এতিয়াও আছে সাপৰ নেজৰ সোণ। মোৰ ঠুৰিয়াজোৰ সাপৰ নেজৰ। আছিল! মই ভালেমান সোণ দেখিছিলোঁহি। ককাইভাইবোৰে গাইপ মাৰিলে। ঘৰখনলৈ অতবোৰ বোৱাৰী আহিল তাৰ পিচত—তাৰ সোণেৰেই গহনা গঢ়াই দিছে। ইহঁতৰ বৰ দাইটিয়েকে ভালেমান সোণ হাত কৰিলে। মানুহটোৰ আক্ৰোশটো অলপ বেচি।

—আইতা এইটো বুজিছো যে তোমালোকৰ ঘৰখনত বহুত সোণ আছিল অথবা এতিয়াও আছে।

—অঁ! তেনেহ'লে সেই সোণবোৰ ক'ৰ?

—সেইটোৱেইতো কথা! এইখন ঘৰত এটা সময়ত অসৎ উপায়েৰে দুখীয়া মানুহক ঠগি মেলি অনেক ধনসোণ উপাৰ্জন কৰিছিল আৰু তাৰ কৈফিয়ৎ হিচাপে এই কাহিনীটোকে সাজি লিখি থৈ গৈছে। মানুহৰ মুখে মুখে কোৱাইছে যাতে কোনেও ক'ব নোৱাৰে। 'তোমালোকে অন্যায়কৈ ধন ঘটিছা' বুলি।

হাতত থকা বিচনীৰ নালেৰেই যেন কমীৰ মুখত মাৰ মাৰি দিব— তেনে লাগিছিল সিদিনা। সকৰে পৰা তেওঁৰ ওচৰত থাকি এদিনলৈকো মাৰ খাই নেপালে, ডাঙৰ হোৱাৰ পিচত কেনেকৈনো মাৰে।

আজি তেওঁ সেই থাপনাৰ ওচৰতে প্ৰাৰ্থনা কৰিছে—কমীৰ যেন একো অমঙ্গল নহয়। কমীৰ চিঠিখনে অইন কৰক নকৰক কমীৰ প্ৰতি তেওঁৰ মনটো কোমল কৰি দিলে। সিহঁতে আশীৰ্বাদ বিচাৰিছে। কিয় নকৰিব তেওঁ আশীৰ্বাদ!

তাৰ পিচত কমীৰ বিষয়ে বু-বু-বা-বা কৰি তেওঁৰ ওচৰ চাপি অহা

মহিলাসকলৰ সন্মুখত থিয় দিব পৰা হ'ল—একো বেয়া কাম কৰা নাই কমীয়ে। পঢ়িছে শুনিছে আমাতকৈ বেচিকৈ জানিছে পৃথিৱীখন। কিজানি আমাৰবোৰহে ভুল। সিহঁতৰবোৰ শুদ্ধ। আমি নজনাকৈ কৰিছোঁ, সিহঁতে জানি-শুনি কৰিছে। কমীৰ প্ৰতি তেওঁৰ এই সুৰক্ষা কিয়? বোধ হয় কমীক বৰ ভাল পায় বাবেই। যেয়ে আহক কমীৰ বিৰুদ্ধে ক'বলৈ তেওঁ সাহসৰ দাণ্ডা লৈ থিয় হ'বই। আহক তেওঁৰ ওচৰলৈ পৰচৰ্চাকাৰীৰ দল মুখ কলা কৰি ঘূৰাই পঠাব। আৰু নীলি—তাই কমীৰ চিঠি পাইছেনে নাই? চিঠি পায়ো তাই মন মাৰি আছেনেকি? মন মাৰি থাকিবৰ কি কথা! এইটো আনন্দৰ কথাহে। তাই জানো তিনিজনী ছোৱালীক বিয়া দিয়ালৈ কম চিন্তা কৰি আছিল!

লক্ষ্মী পূৰ্ণিমা! চোতালত ঢৌ ঢৌ জোনাক। গা মন ফৰকাল। তেওঁ লক্ষ্মী পূজাৰ আয়োজন কৰিছিল। প্ৰতি বছৰে কৰে। বিজয়াৰ গলাটো ভাল। বিজয়াই নাম লগাইছে—

মাহে পদুলী পদুলী
মাহে আৰে আমদালি
লক্ষ্মী আই আহিব বুলি কি মাহে
অঞ্জলী অঞ্জলী

ওচৰ-চুবুৰীয়া মহিলা কেইগৰাকীয়ে আন্তৰ্ব্যস্তকৈ লগতে ধৰিছে—দিছোঁ পুষ্পাঞ্জলী

লক্ষ্মী আইৰ চৰণে তুলি কি মাহে···

কাহ এটা মাৰি ডিঙিটো চাফা কৰি বিজয়াই আন এটা নাম লগাইছে—

বৈকুণ্ঠৰে লক্ষ্মী দেৱী আসি আছে বৈ।
আগবাঢ়ি আনা মাতৃক পূজা গৃহলৈ॥

জোনাকৰ পোহৰকো ম্লান কৰি বেৰত কিহবাৰ পোহৰ পৰিল। তেওঁ ওলাই আহিল। কতে মৰোঁ মই গাড়ী এখন আহি চোতাল পালেহি তেওঁ ক'বই নোৱাৰে। মাকৰ লগত, বায়েকৰ লগত নাইবা আইতাকৰ

লগত পূজা খাবলৈ অহা ল'বা-ছোৱালীবোৰৰ ইমান পৰে আমনি লাগিছিল। কিয়নো নাম গাওঁতে কোঢ়াল কৰিবলৈকো নিদিয়ে, সিহঁতে নামতো ৰস পোৱা নাই। নাম শেষ কৰি কেতিয়ানো খাবলৈ দিয়ে তাৰে অপেক্ষাত বাধ্য হৈ শান্ত-শিষ্টৰ দৰে বহি থাকিব লগাত পৰিছিল। এইবাৰ সিহঁতক কোনে পায়! গাড়ী গাড়ী বুলি জপিয়াই চিঞৰ-বাখৰ কৰি ওলাই আহিল।

গাড়ীৰ দুৱাৰ খুলি কোনোবা এটা নাম আহিল। ওখ-পাখ মানুহ। তেওঁ চাই থাকিল।

মা!—মানুহটোৱে মাতিলে।

বাবুল! তেওঁ ধৰিবই পৰা নাছিল। পিচৰ দুৱাৰখন খুলি নামি আহিল বাবুলৰ ঘৈণীয়েক তৃষ্ণা। পিকলু নামা। আয়ৌ দেহি বৰ এটা হ'ল মোৰ বোপাইটো। একেবাৰে শেষত বনকৰা ছোৱালীজনীৰ কোলাত এবছৰীয়া ল'ৰাটো। তাক তেওঁ দেখাই নাই।

কৰপৰানো মিঠাৰাম দৌৰি আহিল, কৰপৰানো পখিলী দৌৰি আহি বস্তু-বাহানীবোৰ নমালে তেওঁ ক'ব নোৱাৰিলে। পাকঘৰত আৰতিক কামত লগাই থৈ আহিছিল মানুহখিনিক কিবা কিবি এটা খুওৱাৰ যোগাৰ কৰিবৰ কাৰণে। তাই সেইবোৰ তাতে এৰি দৌৰি আহিল। আহি কেচুৱাটো ল'বলৈ টনা-আজোৰা লগালে।

—আহ আহ ভিতৰলৈ আহ—তেওঁ মাতিলে।

ভিতৰত পোহৰত যেন আতাইকেউতাক হেপাহ পলুৱাই চাব। পিকলুৱে আহি তেওঁক গৰা মাৰি ধৰিলেছিয়েই। বৰ এটা হ'ল এইটো। আৰু ইটো—কেচুৱাটো ক'ত? আৰতিৰ কোলাত। দেচোন দে তাক মোক দে। তই হ'বলা সেইবোৰ তাতে এৰি গুচি আহিলি? যা যা মেকুৰী আহিব। আৰতিৰ হাতৰ পৰা তেওঁ কেচুৱাটো কোলালৈ ল'লে। হেপাহ পলুৱাই দুগালত চুমা খালে। ল'ৰাটো টনা-আজোৰাত, আচহুৱা পৰিৱেশত পেপুৱা লাগিছে। ভেৰা লাগি আইতাকৰ ফালে চাই আছে। এইটো কাৰ নিচিনা হব জানো! চুলিবোৰ কেকোঁৰা হ'ল। ৰঙটো মাকৰ নিচিনা। আয়ৌ দেহি কেনেকৈ চাই আছে চোৱাঁ।

মোক চিনি পোৱা নাই হ'বলা ? মই তোমাৰ আইতাহে। ক'ত চিনি পাবা ! আহিলেহে কেতিয়াবা। মোলৈ জানো তোমালোকৰ মনত পৰে ? নপৰে, নপৰে। ক'ত পৰিব এই বুঢ়ীলৈ মনত ! কেনেকৈ খাইছোঁ, কেনেকৈ আছোঁ, এই নগৰখনত অকলে অকলে কেনেকৈ আছোঁ কোনোবাই খবৰ ৰাখিছা জানো ?

নাতিয়েকক জোকাৰি জোকাৰি তেওঁৰ মুখৰ পৰা কেনেকৈ ইমানবোৰ কথা ওলালে নিজেই যেন গম নাপালে। ডিঙিৰ ওচৰত যেন এসোপা শব্দ সোমাই আছিল—এতিয়া বান্ধ খুলি গ'ল। শেহলৈ তেওঁৰ মাত দুখ, আবেগ আৰু আনন্দত থোকাথুকি হৈ পৰিল।

বাবুল আৰু তৃষ্ণাৰ অসহনীয় হৈ উঠিল। তেওঁলোকে বুজিছে বুঢ়ীয়ে এয়া নাতিয়েকক কোৱা নাই—এয়া পুতেক-বোৱাৰীয়েকৰ ওপৰত অসন্তোষ। তৃষ্ণাই পলাবৰ বাবেই বোধহয় ভিতৰলৈ গুচি গ'ল ল'ৰাৰ গাখীৰ ঠিক কৰাৰ অজুহাত দেখুৱাই। যাওঁতে পিচল শাৰীৰ আচলটো মূৰৰ পৰা খহি পৰিল। তেওঁ চাই থাকিল তৃষ্ণা যোৱাৰ ফালে। তাৰ পিচত বিস্ময়ত বাবুলক প্ৰশ্ন কৰিলে—তাইৰ চুলিবোৰ কি হ'ল ?

—বিউটি পাৰ্লাৰত কাটি আহিলে।

—আয়ৌ দেহি সেইহেন চুলিকোচা ! তেওঁৰ মুখৰ পৰা অতৰ্কিতে ওলাই আহিল। বহুদিন পূৰ্বৰ দৃশ্য এটা মনত পৰিল তেওঁৰ। কাশীৰ পৰা তেওঁৰ শাহু ঘূৰি আহিছে। কাশীত থৈ আহিছে পকি শুকুলা হোৱা অথচ দীঘল ডাঠ চুলিকোচা। বুঢ়ীৰ টকলু মূৰটো দেখি তেওঁলোক বোৱাৰী কেইজনীৰ হাঁহিও উঠে, ভয়ত হাঁহিবও নোৱাৰে। কিবা কথাত তেওঁলোকক খং কৰিলে খুকখুককৈ আতাইকেইজনী লগ হৈ হাঁহে। কাৰণ খঙত কথা কওঁতে মূৰটো লৰচৰ হৈ ওৰনিখন খহি পৰি টকলু মূৰটো ওলাই পৰে। তেওঁলোকৰ ভিতৰত সক মাজু জা-ক গৰাকী বৰ ধেমেলীয়া। শাহুৱেকৰ ভাওটোকে নকল কৰি দেখুৱায়। তৃষ্ণাৰ চুটিকৈ কটা চুলিখিনি দেখি তেওঁৰ শাহুৱেকৰ সেই দৃশ্যটো মনত পৰি গ'ল।

এইবাৰহে তেওঁ বাবুলটোৰ মুখলৈ চালে। ঘৈণীয়েক বা ল'ৰাছটাৰ

সাস্থ্যপাতি ভাল হৈছে যদিও সি অকণমান খীনালে। সন্মুখৰ চুলিখনিও গ'ল। বয়সীয়া মানুহৰ নিচিনা হৈ পৰিল তেনেই।

যা যা মুখ-হাতবোৰ ধুই পেলাগৈ। পখিলী, গাধোৱা ঘৰৰ লাইটটো জ্বলাই দে। পানী এবাল্টিয়ে গামোচা এখনে দি আহ।

ইফালে বাবুলহঁত অহা বুলি শুনি গোঁসাই ঘৰত নামো চমুৱাই পেলালে। নন্দ পূজাৰীৰ ঘৈণীয়েকে প্ৰসাদ বিলালে। তেওঁলোকলৈয়ো পাত একোখন লৈ আহিল। সকলোৱে প্ৰসাদ খালে। বিজয়া, আৰতি আৰু তেওঁ নিজেও লাগিভাগি সকলোকে কিবা এটা খুৱাবৰ যোগাৰ কৰিলে। পায়স, লুচিভাজি চিৰাৰ লগত ডাবৰ পানী, লস্কৰা। লগতে বাবুলে অনা মিঠাই।

তেওঁৰ মন সন্তোষেৰে ভৰি পৰিল। লক্ষ্মী সেৱাৰ আয়োজন আজিহে যেন সম্পূৰ্ণ হ'ল। ইমান আনন্দৰ দিন বহুতদিনৰ মূৰত আজিহে আহিল। ঘৰ আজি ভৰি পৰিছে বহুত দিনৰ মূৰত লৰাৰ হাঁহিৰে। বোৱাৰীৰ অলংকাৰৰ শব্দত ঘৰ মুখৰিত হৈছে। পুত্ৰই তেওঁক মা বুলি মাতিছে।

বাবুলৰ কোঠাটো মিঠাৰামে চাফচিকুন কৰি দিলে। সিহঁতৰ বস্তু-বাহানীবোৰ নি কোঠাটো অস্থায়ীভাৱে সজাই পেলালে।

লক্ষ্মী-পূৰ্ণিমা বাবে তেওঁ ভাত বন্ধা নাছিল। তথাপিতো তেওঁ বাবুলক সুধিলে, ভাত খাবিনেকি ?

নালাগে দিয়া। বহুত খালো ; এইবোৰেই হ'ব।

কেচুৱাটো আহি পোৱাৰ পিচতে অকণমান জলপান আৰু গাখীৰ খাই শুই থাকিল। পিকলুৰহে টোপনীৰ খবৰ নাই ঢুমঢুমাই ফুৰিছে। চালচলন বীৰত্বপূৰ্ণ। কেৰাটেত গোটেই দুনিয়াখন ঘাইল কৰি দিব পাৰে। এবাৰ মাকৰ লগত শোৱেগৈ, এবাৰ আহি আইতাকৰ গাৰ ওপৰতে উঠেহি। কেতিয়াবা পখিলীক অযথা এটা ভুকু মাৰি দিয়ে।

অৱশেষত দাবি ধমকি খাই সি শুলেগৈ।

ৰাতি পুৱাটো তেওঁৰ বাবে নতুন নতুন লাগিল। পুৱাতেই অকণমানিটোৱে চৰাই পোৱালীৰ দৰে আধাফুটা মাতেৰে হুলস্থুল

কৰিলে। দৰ্জাখন খুলি দিব লাগে তাক। চিঞৰ-বাখৰ। মাকে উপায় নাপাই দৰ্জাখন খুলি দিলে। থুপুক-থাপাককৈ সি আহি আইতাকৰ বিচনাৰ ওচৰ পালেহি। তেওঁ আঠুৰাখন দাঙি তাক মাতিলে, আহাঁ মোৰ সোণটো।

সি হাত-মূৰ জোকাৰি প্ৰতিবাদ কৰি উঠিল। অৰ্থাৎ সি আৰু বিচনালৈ যাবলৈ নাৰাজ। কোনোমতে নামি আহিছে। তেৱেঁই বিচনাৰ পৰা নামি বাহিৰৰ দুৱাৰখন খুলি তাক কোলালৈ ল'ব খুজিলে, আহাঁ বাহিৰলৈ লৈ যাওঁ।

নাই সি কোলালৈ নুঠে। খোজ কাঢ়িব পৰা ডেকা ল'ৰা কোলাত উঠিব কিয় আকৌ! তাৰ চকু-মুখত এনে গৰ্ব ভাৱ। আইতাকৰ আঙুলীত ধৰি ধৰি সি বাহিৰৰ বাৰান্দালৈ ওলাই আহিল।

ভিতৰৰ পৰা তৃষ্ণাই সতৰ্ক কৰি দিলে—তাক বাহিৰলৈ নিনিব মা। নিয়ৰ পৰিছে।

তেওঁ ল'ৰাটোক লৈ পাৰ বাহকেইটাৰ দুৱাৰ খুলি দিব বুলি ভাবিছিল। বোৱাৰীয়েকৰ সতৰ্ক বাণীত সাৱধান হ'ল। পখিলীকে ক'লে, পখিলী, পাৰ বাহকেইটাৰ দুৱাৰ কেইখন খুলি মলখু চাউল অলপ দি দেচোন।

চোতালত জাক পাতি পাৰই চাউল খোৱা দৃশ্য চাই ল'ৰাটোৰ বৰ স্ফূৰ্তি। পাৰৰ লগতে শালিকা এহালেও বাহু পাতি পোহনীয়াৰ দৰে হৈছে। সিহঁতেও আহি চাউল খাইছেহি। লগতে এজাক ঘৰচিৰিকা। চৰাইবোৰ দেখি সি বাৰান্দাৰ বেলিঙত ধৰি স্ফূৰ্তিত জপিয়াবলৈ ধৰিলে। তেওঁ শিকালে—পাৰ আহ।

—পা-আ

—পাৰ আহ আহ

—পা আ আ

তেনেতে তৃষ্ণাৰ বন কৰা ছোৱালীজনীয়ে তাক দাঙি লৈ গ'ল। সি চিঞৰত গগন ফালো যেন কৰিলে। তেওঁ তৰ্কিবই নোৱাৰিলে। এঃ কেলেইনো তাকলৈ গলি! তেওঁ কৈ উঠিল।

ভিতৰত তাৰ কান্দোন। মিনি আৰু তৃষ্ণাৰ চিঞৰ।

কিছু সময়ৰ পিচত মিনিয়ে তাক লৈ আহিল বাহিৰলৈ। সি তেতিয়াও কান্দি কাটি অশান্ত। খণ্ডত যেন মিনিৰ চুলিকে চিঙিব। ভৰিত জোতামোজা, মূৰত টুপীৰে সজ্জিত। টুপীটো টানি খুলিবলৈ চেষ্টা কৰিছে। ভৰি দুখন জোকাৰিছে। সোণটো চোৱাঁচোন চোৱাঁ। কি হৈছে? নাই সি আইতাকৰ মাত মুশুনে। পাৰবোৰ কি হ'ল, পাৰবোৰ? কান্দি কান্দিয়েই সি চোতাললৈ চালে। পাৰ এটিও নাই। খাই বৈ আটাইবোৰ উৰি গৈছে। ঘৰচিৰিকা এটাই মাত্ৰ অকলে অকলে অ'ত ত'ত পৰি থকা এটা দুটা চাউল বুটলিছে। সি হঠাৎ কান্দোন বন্ধ কৰিলে। তাৰ কোমল মাতটোৰে আইতাকক প্ৰশ্ন কৰিলে, পা?

—পাৰ গুচি গ'ল। সঊৱা চোৱাঁ। গোঁসাই ঘৰৰ ছালত পৰি থকা পাৰকেইটালৈ আঙুলীয়াই দেখুৱালে তেওঁ। ল'ৰাটোৱে হাঁহি উঠিল। ওপৰ পাৰিত চাৰিটা আৰু তলৰ পাৰিত দুটা কোমল দাঁত জিলিকি উঠিল। গালত তাৰ দুটোপাল চকুপানী।

বেলিটো ওলাই আহিছে। দুবৰি বনত জিলিকি উঠিছে নিয়ঁৰ বিন্দু।

তেওঁ দুই আঠুৰ মাজত কৰিয়াটো লৈ গাখীৰ খীৰাই থাকোঁতে কেতিয়ানো পিকলু দৌৰ মাৰি গৈ তেওঁৰ পিঠিতে উঠিল ক'বই নোৱাৰিলে। তেওঁতো পৰিলহেঁতেনেই গাখীৰখিনিও পৰাহে। কোনো-মতে হাত এখনে মাটিত ভেঁজা দি ৰ'ল। সোঁহাতখনে কৰিয়াৰ নালটো ধৰি ৰাখিলে। তথাপি ঢোলোকনি খাই সামান্য গাখীৰ পৰিল। উস সোণ নাপায় নহয় এনেকুৱা কৰিব। যোৱাঁ এইখিনিত নাথাকিবা। গৰুজনীয়ে দিগদাৰ কৰিব। নতুন চেউৰী গৰু। পোৱালীও নতুন—দিগদাৰ কৰে গাখীৰ খীৰাওঁতে। যোৱাঁ মোৰ বোপাইটো গা ধুই মই তোমাক গাখীৰ গৰম কৰি দিম। চকু মুখ ধুলা জানো? মায়ে খং কৰিব যোৱাঁ। তেনেতে বাৰান্দাৰ পৰা মিনিয়েও মাত লগালে, পিকলু তোমাক মায়ে দাঁত ঘঁহিব মাতিছে।

তেওঁ গা খোৱাৰ আগতেই তৃষ্ণাই গা ধুই মুখ আচুৰি আহিছে। তেওঁ গা ধুই আহি দেখিলে যে কৃষ্ণাই জুইকুৰা ধৰিব নাজানি খৰিবোৰ জাপি বাৰে বাৰে কাগজ এডোখৰ জ্বলাই তাৰ মাজত ভৰাই দিয়ে। কাগজখন পুৰি শেষ হ'লে জুই নুমাই যায়। এবাৰ চাকিৰপৰা তেল অকণ ঢালি জুইশলা কাঠি মাৰি দিলে। দপদপাই জুই জ্বলিল। ইমান বেচি জ্বলিল যে ভয় পাই তৃষ্ণা আঁতৰি গ'ল। কিন্তু হায়! তেলো পুৰি শেষ হ'ল, জুয়ো নুমাল।

—চাওঁ চাওঁ তুমি নোৱাৰিবা। মই জ্বলাই দিওঁ। ই—ৰাম এনেকৈনো খৰি দিয়েনে? সংসাৰৰ কেঁচা খৰিবোৰ তলত জাপি দিলে কেনেকৈ জ্বলে বাৰু? খুব সোনকালেই তেওঁ জুইকুৰা জ্বলালে। বাল্টিটোৰ পৰা পানী এমগ আনি কেটলিত দি দিয়া—বুলি তেওঁ ডাঙৰ চচপেনটোত গাখীৰ চেকিবলৈ ধৰিলে। তেৱেঁই চাহ কৰিলে। তুমি কাপ গিলাচবোৰ যতনাই আনা। তৃষ্ণা নামটো তেওঁৰ মুখত ফটকৰে নাহেই। কেতিয়াবা তৃষ্ণাক মাতিবলৈ গৈ নীলিমা, লক্ষ্মীমা, পূৰ্ণিমাৰপৰা ৰুমীলৈকে নামবোৰ মাতি যায় তথাপি তৃষ্ণা নামটো মুখত নাহে কেতিয়াবা অঞ্জু নামটোকে আহে। ৰগৰ পাই পখিলী, পিকলু, বাবুল আটাইকেইটাই হাঁহে। তেৱোঁ হাঁহে। তেওঁ হাঁহিলে শব্দ নহয়, গাটো লৰি থাকে। নাকৰ পাহি দুটা ফুলি উঠে। এঃ হব বাৰু কিবা নাম এটাৰে মাতিলে।

বাবুলো পাকঘৰতে বহিলহি মাকে বকা চাহ অকণ খোৱাৰ আশাত। পিকলুক এগিলাচ গাখীৰ আৰু তিলপিঠা দিলে। তিলপিঠা দিয়া দেখি তৃষ্ণা জাপ মাৰি উঠিল—তাক তিলপিঠা নিদিব। এয়া বিস্কুটো আছে নহয়।

—একো নহয় দিয়ঁা এটা খালে।

—নাই অপকাৰ কৰিব। সি লিভাৰৰ দৰৱ খাই আছে।

—ওঁ, মই খামেই! পিকলুৱে পিঠা এটা দাঙি মুখত ভৰালেই।

—পিকলু! শাসনৰ সুৰত তৃষ্ণাই মাতিলে।

পিকলুৱে বদমাছী কৰি মাকলৈ পোন্দোৱাকৈ চাই এমোকোৰা পিঠা চোবালে।

একো নহয় দিয়া। আমি এইবোৰকে খাই ডাঙৰ হলোঁ। বাবুলে ক'লে।

তৃষ্ণাই একো নক'লে। সন্তুষ্ট হ'ল যেন নালাগিল।

তেওঁলোকে বেচ আনন্দময় পৰিবেশত ৰাতিপুৱাৰ চাহকাপ খালে। তাৰ পাচত তেওঁলোকে বম্বেলৈ যোৱাৰ কথা উলিয়ালে। ক'ত ক'ত ফুৰিলে, কি কি কৰিলে।

—কেলেই লক্ষ্মীমাৰ তাৰ পৰাও আহিব পাৰিলিহেঁতেন দেখোন।

—অ' মা লক্ষ্মী বাইদেউ থাকে দিল্লীত। বম্বেৰ পৰাতো দিল্লীলৈ দূৰ। যাম—ইয়াৰ পাচত দিল্লীলৈ যোৱাৰ প্লেন এটাও আছে।

—দিল্লীত মোৰ সৰু মামাও থাকে। মামীয়েও মাতি আছে। তৃষ্ণাই ক'লে।

ইতিমধ্যে পিকলু তাৰপৰা অন্তৰ্ধান হৈছে। ই গ'ল কেনি? বাবলুৰ প্ৰথম নজৰত পৰিল। বাহিৰতে কৰবাত থাকিব পায়—তেওঁ ক'লে। তৃষ্ণাই ইফালে সিফালে চালে—ক'ৰবাত পুখুৰী-চুখুৰীলৈ যায় বুলি ভয় লাগে।

পিকলুৰ বিষয়ে কথা পাতি তেওঁলোকে বাহিৰলৈ ওলাই আহিল। তেওঁলোক নিশ্চিন্ত হ'ল। সি মিঠাৰামৰ লগত লাগি আছে। তাৰ পিচত তেওঁলোকৰ মেলখন তেওঁৰ শোৱা কোঠাতে বহিল। বাবুল তেওঁৰ বিচনাতে বহিল। তেওঁ এতিয়া বিচনা নোচোৱে—ধুতি গাৰে থাকে। বাবুলে তৃষ্ণাক বম্বেত কিনা বস্তুবোৰ আনিবলৈ নিৰ্দেশ দিলে। তৃষ্ণাই এটা ডাঙৰ চুটকেচ উলিয়াই আনিলে। চুটকেচটো বেচ দেখনীয়াৰ। খোলাৰ আদব-কায়দাও বেলেগ। এইটোও বম্বেতে লোৱা। বাবুলেই খুলিলে। শাৰী, অলংকাৰ, চুটৰ কাপোৰ, শ্বাল। এইখন তোমাৰ বাবে। এখন উকা অথচ দামী শ্বাল উলিয়াই বাবুলে তেওঁৰ ফালে আগবঢ়াই দিলে। তেওঁৰ মুখত কব নোৱাৰাকৈ সন্তুষ্টিৰ হাঁহি এটা বিৰিঙি উঠিল। মোলৈনো কেলেই আনিলি? মোৰ কেইবা-খনো আছে। যোৱাবাৰ পূৰ্ণিমায়ো এখন গুঠি দিছে। কৈ কৈ তেওঁ বুঢ়া আঙুলী আৰু তৰ্জনী আঙুলীৰ মাজত লৈ পৰীক্ষা কৰি চালে শ্বালখন—কিমান ডাঠ। ওপৰত আঙুলী বুলাই চালে—কোমল।

—চোৱাচোন মা এই চেণ্ডেলজোৰ নীলি বাইদেউৰ ভৰিত খাবনে ?

—অ' আই এইজোৰ চেণ্ডেল নীলিয়ে পিন্ধিবনে ?

—কিয়, কি হলনো ?

—ইমান ওখ চেণ্ডেল তাই নিপিন্ধে দেই।

—অ' নিপিন্ধিবনেকি ? ছেঃ তাইক তেনেহ'লে কি দিওঁ ? শাৰী এখন দিব পৰা যায়। শাৰীওতো তাই নিপিন্ধে।

—থ থ হেৰ' তাই তহঁতৰ পৰা একো নিবিচাৰে। গৈ আহিবি খালি এবাৰ। খা-খবৰ ৰাখিবি। এইবোৰহে তাই বিচাৰে। তাতে কমীৰ ঘটনাটোৰ পৰা তাইৰ মনটো কিবা হৈ আছে।

—এৰা কমীজনীয়ে কিয়নো তেনেকুৱা কাম কৰিলে জানো! তাইতো ভাল ছোৱালী আছিল। বাবুলে ক'লে।

—এতিয়াওতো তাইক বেয়া ছোৱালী বুলি কব নোৱাৰি। তাইৰ কথাবোৰেই বেলেগ। কাৰো লগত নিমিলে। তাই ছোৱালীজনী সাহসী। ইমান সাহসী যে বাকী সাধাৰণ মানুহবোৰে তাইক বুজিকে নাপায়।

—অৱশ্যে ক'ৰ্টমেৰেজ কৰাটো আজিকালি তেনেই সাধাৰণ কথা। আমাৰ ঘৰখনত আগতে হোৱা নাছিল বাবে আচহুৱা হৈছে। তাতকৈয়ো ডাঙৰ কথা কমী যাৰ লগত বিয়া হৈছে—সেই ল'ৰাটো কমিউনিষ্ট।

—ওঁ এতিয়া এইবোৰ সামৰ। বেলি বহুত হ'ল। ভাত পানী ৰান্ধিব লাগে। আজি বুধবাৰ নহয়। তয়েই নহ'লে গাড়ীখনকে লৈ হ'লেও বজাৰৰ পৰা আহগৈ। মাছকে পাৱনে কি পাৱ লৈ আহগৈ। শুদা ভাতবোৰ কি খাবি!

তাৰ পাচত তেওঁলোকৰ সেইখিনিৰ মেলখনো ভাগিল।

বুধবৰীয়া বজাৰত মাছৰ সস্তা হৈছে। বাবুলে ডাঙোন মাছ আনিছে। এনেয়ে তেওঁলোকৰ ঘৰখনলৈ মাছ নানেই। খায়নো কোনে, ৰান্ধেনো কোনে। কেতিয়াবা মিঠাবামে ৰবশায়ে চৰশায়ে ধৰিলে বাহিৰতে দুয়োটাই

ভাজি খায়। মচুৰা চোকা এটা আছে। সেইটোকে অভাই-পিতাই তৃষ্ণাই মাছৰ জোল ৰান্ধিলে। সঁচা কথা কবলৈ হ'লে মাছ-মাংস ওলালে তেওঁৰ ঘিন ঘিন লাগে। এইখন মজিয়ালৈ তেওঁ নাহেই। সিফালৰ তেওঁৰ সৰু পাকঘৰটোৰ মজিয়াতে খায়।

ছাই হালধী আৰু ধোঁৱাৰে একাকাৰ হৈ তৃষ্ণাৰ নাকেদি পানী ববলৈ আৰম্ভ কৰিছিল। বাবুলে নাদৰ পানী তুলিছিল গা ধুবলৈ। ৰাতি আৰু ৰাতিপুৱা ঠাণ্ডা পৰিছে যদিও দিনটো বেচ গৰম। বজাৰৰ পৰা আহি বাবুল ঘামি গৈছে। খিৰিকিৰ ওচৰলৈ আহি তৃষ্ণাই ক'লে, তুমি গা ধোৱা যদি পিকলু কত আছে বিচাৰি আনি তাকো ধুৱাই দিয়াঁচোন।

—যাচোন যা মিনি পিকলুক মাতি আন। ভোক লাগিছে আৰু যা বেগতে আন।

বাবুলে বাল্টিত পানী ভৰাই মগ আৰু চাবোন গোটাই থৈ আছে—পিকলু পোৱাহি নাই। এঃ বৰ দিগদাৰি কৰে ইহঁতে!

মিনি দৌৰি আহিল—বাবু পিকলু নাই।

—পিকলু নাই? ক'ত গ'ল?

—আছে আছে! আৰতিহঁতৰ ঘৰত আছে। কাপোৰত নীল দি থকা পখিলীয়ে ক'লে।

যাচোন যা লৈ আহগৈ বেগতে। কবি বুলি ভাত খাবলৈ বৈ আছে। তেওঁ পখিলীক ক'লে। বাল্টিতে কাপোৰ এৰি পখিলী দৌৰ দিলে।

সি আহিব। পিচত ধুব, মই কিমান বৈ থাকিম! বাবুলে মগেৰে গাত পানী ঢালিবলৈ ধৰিলে। বাবুলৰ গা ধুই হ'ল। পায়জামা-গেঞ্জী পিন্ধি ফণিখন লৈ মূৰ ফণিয়ালে। বাবুলে আৰ্চীখন চাই বৰ যত্ন-সহকাৰে মূৰ ফণিয়াব লাগে। সন্মুখৰ ফালে মূৰত চুলি নাই। পিচফালৰ চুলিকে অলপ আগলৈ আনি আঁচোৰে।

তাৰ পিচত বাবুলে পিকলু আহিছেনে নাই চাবৰ বাবে বাহিৰলৈ ওলাই গ'ল। বজাবড়া শেষ কৰি মাক আৰু তৃষ্ণায়ো বাট চাই আছিল

পিকলুৰ বাবে। অৱশ্যে তৃষ্ণাই কেচুৱাটোক টেবুলৰ ওপৰতে ভাত খুৱাই আছিল। তাক নিজে খাবলৈ লাগে। নাকে মুখে সুমুৱায়। এবাৰ হাতখনেৰে পানী এগিলাচকে পেলালে।

তেনেতে পিকলুক টানি আজুৰি পখিলী ওলালেহি—এইটো আই। নাহে আৰতিহঁতৰ ঘৰৰ পৰা। মোক ঢকিয়াই ভুকুৱাই সাং কৰিছে।

—কি কৰিছিলানো তাত ?

—বাবুৰ লগত খেলি আছেগৈ।

ইতিমধ্যে তৃষ্ণাই ল'ৰাটোক খুওৱা শেষ কৰি মুখ ধুৱাই পুৰণা কাপোৰ বদলাই নতুন কাপোৰ পিন্ধাবৰ বাবে মিনিৰ হাতত তুলি দিছে। এতিয়াহে চকু পৰিল পিকলুৰ ওপৰত। কি ভূতৰ দৰে চেহেৰা! তাক দেখি তৃষ্ণাৰ খং উঠি আহিছিল। কোনোমতে দমাই ৰাখিলে। ক'লে, তুমি ভীষণ লেতেৰা হৈছা পিকু। চোৱাঁগৈচোন আৰ্চীখনত তোমাৰ চেহেৰাটো। নিজেই ভয় খাই যাবা। খোলা, চোলাকাপোৰ খোলা। গা ধুব লাগে।

আবেলি তেওঁলোক আটাইকেউটা নিলীৰ ঘৰলৈ গ'ল। ঘূৰি আহোঁতে গধূলি হ'ল। নীলিয়ে এৰিকে দিব নোখোজে। পিচদিনা সিহঁত কেইটাক ভাত খোৱাকৈ মাতিছে।

গাড়ীৰ মাত শুনি দৌৰি গৈ মিঠাৰামে গেটখন খুলি দিলেগৈ। গাড়ী চোতালত ৰ'লগৈ। লাইটৰ পোহৰ সন্মুখৰ বেৰখনত পৰিল। পখিলী আৰু মিনি বেলিঙত ভেঁজা দি বৈ আছিল। গাড়ীৰ লাইট নুমাই গ'ল। তেওঁলোক গাড়ীৰ পৰা নামিল। সমস্ত চোতাল আৰু ঘৰ জোনাকত বগা হৈ পৰিছে। মাজে মাজে মাথোন গছৰ পাতৰ ক'লা ছাঁ। চোতালত যেন কোনোবাই ছবি আঁকিহে থৈছে। শেৱালীৰ গোন্ধ বিয়পি পৰিছে জোনাকত। পখিলীয়ে খবৰ দিলে, আৰতিহঁতৰ আই এইমাত্ৰহে গৈছে। নবৌহঁতলৈ বাট চাই আছিল। কালি বোলে ভালকৈ কথা পাতিবলৈ নেপালেই।

—বাবুও আহিছিলনেকি ? পিকলুৱে সুধিলে।

—আহিছিল। সি নেযায়েই ঘৰলৈ। মাকে জোৰ কৰি লৈ গৈছে

—কালিলৈ আগবেলাতে এপাক বিজয়াৰ ঘৰৰ পৰা আহিবাগৈ। তেওঁ ক'লে।

পিচদিনা বাড়িপুৰা তেৱেঁই লৈ গ'ল বোৱাৰীয়েকক বিজয়াৰ ঘৰলৈ। বিজয়াৰ কি কৰোঁ, ক'ত বহুৱাওঁ লাগিল। আৰতিয়ে মচি কাচি পুৰণা কাঠৰ চকী এখনকে আনিলেহি। তৃষ্ণা পীৰাত বহিল। তেওঁ হাঁহি মাৰি আৰতিক ক'লে—তয়ো আৰু ইমানজনী হলিহি বোৱাৰী ছোৱালীয়ে তুজনীকৈ শাহুৰ আগত চকীত বহেনে কিহত বহে নাজান?

তৃষ্ণা অনভ্যস্তভাৱে বহি থাকিল। চকুৰে যি দেখিছে সকলো অচিনাকী। ভগা ঘৰ-তুৱাৰ। বিজয়াৰ কথা-বাৰ্তাৰ লগতো তাল বাখিব নোৱাৰে। কিবা এটা সুধিলে উত্তৰটো দিয়ে। নহ'লে হাঁহিবৰ চেষ্টা কৰে। বিজয়াৰ সৰল বচনভঙ্গী তেওঁৰ বাবে যেন আচহুৱা আৰু আশ্চৰ্য্যৰ বিষয়। বিজয়াই তামোল কাটি আগবঢ়াই দিলে। তৃষ্ণাই নেখালে। তেওঁ খালে।

তুমি তামোল নোখোৱা হ'বলা? বিজয়াই সুধিলে।

বিজয়া ভিতৰ সোমাল। তেওঁ ক'লে তুমি আকৌ চাহ কৰিবগৈ নেলাগে। চাহ খায়েই আহিছোঁ আমি।

বিজয়াই একো নেমাতিলে। বোধহয় তেওঁৰ কথা মুশুনিলে।

তেওঁলোকৰ তেতিয়াহে চকু পৰিল ছাগলীৰ গড়ালটোৰ ওচৰত খেলি থকা বাবু আৰু পিকলুৰ ওপৰত। ছুয়োটা সমান। বাবু মাত্ৰ ক্ষীণ আৰু নিস্তেজ, পিকলু স্বাস্থ্যবান—সতেজ। কাঠৰ এখন সৰু গাড়ীত কিবা ভৰাইছে—বালিনে শিল। তাৰ পিচত ছুয়োটাই ঠেলি লৈ গৈছে। গাড়ীত ফুল পাত সজাই লৈছে। পিকলুক সেই অৱস্থাত দেখি তৃষ্ণাই ভাল নেপালে।

—পিকু কি কৰি আছা তুমি ইয়াত?

পিকলুৱে মাকলৈ চালে পোন হৈ। পৰম উৎসাহেৰে ক'লে, চোৱাঁ মাম্মী কি মজাৰ গাড়ী। এওঁলোকৰ পুতু দাদাই নিজেই বনাইছে জানা। মোক বোলে এখন সাজি দিব।

—তোমাৰ ইমান খেলাবস্তুৰে হেপাহ নপলাল?

তৃষ্ণাই শান্তুরেকক সোঁৱৰাই দিলে নীলি বাইদেউৰ ঘৰত ভাত খাবলৈ মতাৰ কথা। অৰ্থাৎ ইয়াত বেচি সময় নবহে। ঠিক তেনেতে বিজয়াই আহি দুৱাৰমুখত মাত দিলে—আহকচোন বাইদেউ ভিতৰলৈকে। আহাঁচোন তুমিও। বিজয়াই তৃষ্ণাৰ নামটো মনত পেলাব নোৱাৰিলে।

তৃষ্ণাই চাহ খোৱাৰ পিচতো শান্তুৰেকক মনে মনে কৈ আছিল, যাও মা দেৰি হ'ব নহয়। আচলতে দেৰি হোৱাৰ চিন্তাত নহয়, অস্বস্তিতহে তেওঁ যাবলৈ উচপিচাই আছিল। যেতিয়া তেওঁ যাওঁ বুলি উঠিল, তেতিয়াহে তৃষ্ণাই যেন ৰক্ষা পালে। যাবলৈ উঠিও যে কত কথা!

—মোৰ পৰা যে লাই শাকৰ গুটিবোৰ আনিছিলা গজিলেনে বাৰু?

—নাই বাইদেউ, কৰবাত দুই এটাহে গজিছে। পাৰই খাই পেলালেনেকি গুটিবোৰ!

—মোৰ লাই-পালেং গজিছে। দুপতীয়া হৈছে। ধনীয়াবোৰহে নগজিল। আকৌ সিঁচিব লাগিব।

—ধনীয়া গুটি আছে নেকি? দিবচোন দুটামান।

তেওঁলোকে কথা পাতি থাকোতেই তৃষ্ণা আগবাঢ়ি গৈ পিকলুক মাতিলে, বলা পিকলু আমি জেঠাইৰ ঘৰত ভাত খাবলৈ যাব লাগিব নহয়।

—মই নাযাওঁ মাম্মী।

—কিয় নাযাবা!

—ওহোঁ মই আজি ইয়াতে ভাত খাম।

পিকলুৰ কথা বিজয়াই শুনিলে। —সোনটো জেঠাইৰ ঘৰত মাছ-মাংস গোটাইছে চাগে' সেইবোৰ এৰি আমাৰ ঘৰত শাকৰ আঞ্জাৰে খাবানে!

—খাম।

—আজি নেলাগে, অন্য এদিন খাবা। বিজয়াই ক'লে।

—জেঠায়ে বেয়া নাপাব? বিজয়াইতৰ আঁৰৰপৰা তৃষ্ণাই চকু পোল্টোৱাই ধৰিলে। পিকলুৱে মাকলৈ ভয় নকৰা নহয়। সি ক'লে, যাম মাম্মী তোমালোক যোৱাচোন বাৰু।

—নহয়, এতিয়াই—আমাৰ লগতে।

পিকলুৱে এবাৰ বাবুলৈ, এবাৰ অসমাপ্ত খেলাঘৰটোলৈ চালে। “আবেলি আহিম দেই” বুলি পিকলু দৌৰ দিলে।

তৃষ্ণাৰ এতিয়াহে উশাহ আহিছে। ছাগলীৰ গাখীৰত বকা চাহকণ খাই মুখখন বেয়া লাগি আছে। ঘিন কৰি কৰি খাইছে। তাতে বাতিত আনি দিছে। পিঠা দুটাও কম তেলত কোনোমতে ভজা। এনে পৰ্য্যায়ৰ জীৱন নিৰ্বাহ কৰা লোকৰ লগত তৃষ্ণাহঁতৰ সম্বন্ধ নাথাকে। কিন্তু ইয়াত আহি পাকঘৰৰ জেকা মজিয়াত বহি চাহ খাব লগা হৈছে। এই পিকলুটোও যে কি হৈ গৈছে। দিনৰ দিনটো খালী ইয়াত। তৃষ্ণাৰ ভাল লগা নাই।

তৃষ্ণাহঁত নীলিৰ তালৈ যাবলৈ ওলাল। পিকলুকো জোৰ-জবৰস্তি কৰি গা ধুৱাই পিন্ধাই-উৰাই ল'লে। অকণমানিটোকো কাপোৰ-কানি পিন্ধাইছিল। বাবুলে ক'লে, তাক থৈ যাওঁ দিয়া। মিনিও থাকিবই নহয়। কি কোৱা মা?

—মই ভালকে পাওঁ তাক থৈ গ'লে।

তৃষ্ণাই ক'লে, নাই সি দিগদাৰি কৰিব।

—এবেলাৰ বাবে কিটো দিগদাৰী কৰিব! তোমাৰ মাৰ লগততো এমাহৰ কাৰণে এৰি ফুৰিবলৈ গৈছিলা। ইয়াত এবেলাৰ কাৰণে এৰিব নোৱাৰা? বাবুলৰ খং উঠি আহিছিল।

—জানো তহঁতে কি কৰ! মই হ'লে দিগদাৰি নেপাওঁ। মিনিও থাকিবই নহয়। দুপৰীয়াতো দুঘণ্টামান শুবই।

গোমোঠা মনেৰেই কেচুৱাটো থৈ যাব লগা হ'ল। যোৱাৰ আগতে অৱশ্যে তৃষ্ণাই মিনিক অনেক নিৰ্দেশ দি গৈছে। বাবুলহঁত যোৱাৰ সময়ত তাক পিচফালে লৈ যোৱা হ'ল।

কেচুৱাটোক একচেটিয়াকৈ বেলাটোৰ বাবে হ'লেও পাই তেওঁৰ ভাল লাগিল। দুপৰীয়া ভাত খাই উঠি বিচনাত বাগৰ দি তেওঁ ল'ৰাটোকো কাষত শুৱাই ললে। কিন্তু সি শুবলৈ মন নকৰে। বিচনাত খেলিবলৈহে ধৰিলে। তেওঁ চেঁচো মাৰি ধৰি তাক গাকত পেলাই দিয়ে। সি উকাল

মাৰি উঠি হাঁহিবলৈ ধৰে। হাঁহি শাম নেকাটে কোনোমতে। তেওঁ যিমানেই 'হ'ল হ'ল আৰু বেচি হঁহা ভাল নহয়' বুলি কয়, সিটো সিমানেই হাঁহে। ওপৰ পাৰিৰ চাৰিটা আৰু তলৰ পাৰিৰ দুটা কোমল কোমল দাঁতেৰে সৈতে তাৰ অনুপম হাঁহিটো দেখি তেৱোঁ হাঁহিবলৈ বাধ্য হয়। আইতাকে হঁহা দেখি সি আৰু চখ পায়।

উপায় নাপায় তেওঁ চকু মুদি টোপনী ভাও জুৰিলে। বহুত সময় চেষ্টা কৰিও সি আইতাকৰ চকু মেলাব নোৱাৰি গহীন হৈ পৰিল। মুখেৰে বেংবেঙাই সি নতুন কিবা খেলা আৱিষ্কাৰ কৰাৰ চেষ্টাত লাগিল; সি বহি আছে গাৰুৰ ওপৰত। শিতানৰ ৰেলিঙত ধৰি সি থিয় হ'ল। পালেংখন বহুত পুৰণি। তেওঁ নবোৱাৰী হৈ থকা দিনৰে। অথচ এতিয়াও নিঘূণ অৱস্থাত আছে। বৰ ভাল কাঠ। ৰঙটো মাথোন ময়লা পৰিছে। ৰেলিঙত অনেক কাৰুকাৰ্য্য। আজিকালিৰ মিস্ত্ৰিয়ে এনেকুৱা সূক্ষ্ম কাৰুকাৰ্য্য কৰিব নোৱাৰে বুলি তেওঁৰ ধাৰণা।

ইতিমধ্যে ল'ৰাটোৱে ৰেলিঙৰ সৰু খাঁজ কটা মাৰি এডাল ধৰি ঘূৰাবলৈ ধৰিছে। আৰু মুখেৰে গাড়ী চলোৱাৰ শব্দ কৰিছে। লগতে তাৰ গাটোও নচুৱাইছে।

তেওঁ টোপনী ভাও ধৰিছে যদিও আঁৰ চকুৰে তাৰ কাণ্ড-কাৰখানা-বোৰ মন কৰি আছে। বাহিৰত এজন খোজনীয়াই মাত দিলে। তেওঁ মুঠিল। পখিলী আছে দিব কিবা এটা! খোজনীয়াজনে দ্বিতীয়বাৰ মাতিলত তেওঁ শোৱাৰ পৰা বহিল। তেওঁ ইমান ঘপকৈ বহিল যে আপোন মনে খেলি থকা ল'ৰাটোৱে উচপ খোৱাদি বৈ গ'ল তেওঁৰ কোলে থৰ হৈ চাই। এইজনী এইখিনিত নাই হ'ব পায়। তেওঁ উঠি গ পৰ্দাখন দাঙি চাইছিলহে। কেইটামান মুহূৰ্তহে। ইমান আচম্বিতে ল'ৰাটো বিচনাৰ পৰা পকা মজিয়াত পৰিব বুলি তেওঁ ভাবিবই পৰা নাছিল। ল'ৰাটো কান্দি তেনেই থৰ লাগিল। কেনেবাকৈ আচলে পিচলে লাগিলে বুলি তেওঁ বৰ ভয় খালে। তাক তুলি লৈ মূৰে-পিঠিয়ে হাত ফুৰাই নিচুকাবলৈ ধৰিলে। ল'ৰাটোৰ কান্দোন শুনি কৰবাত কথা পাতি থকা পখিলী আৰু মিনি দৌৰি আহিল। তেওঁৰ পখিলীৰ ওপৰতে

খং উঠিল—কতনো মৰি থাক অ' ছুপবীয়াখন ? খোজনীয়া আছি বাহিৰত চিঞৰি আছেহি খবৰ নাই ! তই ওচৰত থকা হ'লে আজি মই আঁতৰি যাব নেলাগে নহয়। ল'ৰাটোও পৰিবলৈ নেপায়। বা ঠেৰেঙা লাগি থাকিব নেলাগে। খোজনীয়াক চাউল এমুঠি দেগৈ। পখিলী আঁতৰি গ'ল। মিনিয়ে ক'লে, আইতা তাক অকণমান মোক দিয়ক।

—নেলাগে দে মই নিচুকাব পাৰিম।

তেওঁ কান্দি থকা ল'ৰাটোক বাহিৰলৈ নি ফুল-পাত দেখুৱালেগৈ। ৰমক-জমককৈ ফুলি থকা জবা ফুল জোপাৰ ওচৰলৈ লৈ গ'ল। তাৰ চকুৰ আগত ফুল এপাহ জোকাৰি দিলে। তেনেতে দেখিলে পাতৰ আঁৰে আঁৰে ৰক্তজবাৰ দৰেই ৰঙা অকণমানি চৰাই এটাই লুকা-ভাকু খেলিছে। তেওঁ তাক চৰাইটো দেখুৱাই দিলে। চৰাইটো চকুত পৰাত সি কান্দিবলৈ পাহৰিলে। চৰাইটো এসময়ত ভুকভুককৈ কেনিবা উৰি গ'ল। সি আঙুলীয়াই আইতাকক সেইফালে দেখুৱায়ে থাকিল।

আয়ে দেহি তেওঁ এতিয়াহে মন কৰিছে ল'ৰাটোৰ ওঁঠত তেজ বিৰিঙি আছে। ওপৰ ওঁঠখন উখহি আছে। তেওঁ মৰম কৰি বুকুত সুমাই ক'লে, বৰ দুখ পালানেকি সোনটো। সেয়া মই তোমাক আগতেই কৈছিলো নহয়—ইমানকৈ হুঁহাটো ভাললৈ নহয় বুলি! আজি মাক নাইকিয়া দিনাহে ল'ৰাটো এনে গতি হ'ব লাগেনে ?

বোৱাৰীয়েকৰ কথা মনত পৰি অকণ ভয়ো লাগিল। তৃষ্ণাই বা কি ভাবে! তাতে তাই ল'ৰাটো থৈ যাবলৈ মন কৰা নাছিল। দোষৰ কাম এটা কৰি সৰু ছোৱালী এজনীয়ে মাকলৈ যেনেদৰে ভয় কৰে তেওঁৰ তৃষ্ণালৈ তেনেদৰে ভয় লাগিল।

কাতিমহীয়া বেলি হেলনীয়া হ'ল। ল'ৰাটো মিনিৰ ওচৰত দি তেওঁ আবেলিৰ জলপান ঠিক কৰিলে। বাবুলইঁতো পায়হিহে লাগে। সি বৰাচাউল কেইটামান সিজোৱাৰ কথা কৈছিল। তেওঁ তাকে সিজাবলৈ তিয়াই থোৱা বৰা চাউলখিনি টুকি সিজাবলৈ ল'লে। বাহিৰত তেওঁ বিজয়াৰ মাতো শুনিলে। গোঁসাইঘৰ অঁতাবলৈ আহিছে। মিনিৰ লগত

কথা পাতিছে ল'ৰাটো থৈ গ'ল হ'বলা ? অ' আই ল'ৰাটো পেলালি ক'ত। দেখিছানে বাক ওঁঠখন কেনেকৈ ফুলি আছে।

তেওঁ ওলাই যোৱা নাই। জুইৰ ওপৰত কেৰাহী পাতিছে। অলপ পিচতে কুঁৱাৰ পৰা পানী তোলাৰ শব্দ হ'ল। সৰু বাল্‌টি এটাত পানী ভৰাই বিজয়া পুনৰ গুচি গ'ল।

তেওঁ কেৰাহীত ঢাকোনখন দি বহিৰলৈ ওলাই আহিল।

বিজয়াই গোঁসাই ঘৰ মচি তামৰ বাচন কেইটা ধুলে। দুই এটা কথা পাতিলে। তেনেই সৰু-সুৰা গতানুগতিক কথা। তেওঁ কি কৰিছে, বাবুলহঁত অহাই নাইনেকি, ল'ৰাটোৱে আমনি কৰা নাইনে—ইত্যাদি। তাৰ পিচত তামোল এখন মুখত সুমাই বিজয়া গ'লগৈ।

তেওঁ জুইৰ ওপৰৰ পৰা কেৰাহীখন নমাই পানীৰ চচপেনটো তুলি দি সাউতকৈ গাটো ধুই ল'লে। গোঁসাই ঘৰ আৰু তুলসীৰ তলত চাকি গছ দি ললে। মিনিৰ পৰা তেওঁ ল'ৰাটো হাতলৈ আনিলে—তোমাক কিবা এটা খুৱাবৰ সময় হ'ল নহয়। মিনিয়ে তাৰ জলপানৰ টেমা, গাখীৰৰ টেমা, বটল, বাতি সাজু কৰি আনিলে।

—এই গাখীৰৰ টেমাটো থৈ দেগৈ যা। গৰুৰ গাখীৰ আছে নহয়।

তাৰ সৰু ধুনীয়া বাতিটোত চুচামুচমান টেমাৰ জলপান বনাই তাক খুৱাবলৈ ল'লে তেওঁ। ল'ৰাটোৱে খাবলৈ মন নকৰে। ইমান ফুচুলালে সি মুখকে নেমেলে। মিনিয়ে নাচি বাগি দেখুৱালে, ইটো সিটো বজাই দেখুৱালে। এবাৰ সি হাঁহোতে এচামুচ জলপান মুখত ভৰাই দিলে। সি উলিয়াই পেলালে। অৱশেষত তাক খুৱাবলৈ লওঁতে কন্দা-কটাৰ এখন হুলস্থূলহে হ'লগৈ। এইবোৰ! জানো আজিকালিৰ ল'ৰা-ছোৱালীক খুৱাবলৈ কষ্ট কৰিব লাগে কেলেই। আগৰ আমাৰবোৰ ল'ৰা-ছোৱালীয়ে বাতি চেলেকি নিচিন্তে খাই উঠি যায়। তেওঁ জলপানৰ বাতিটো টেবুলত ঢাকি থলে। আন এটা বাতিত কেইটামান মুড়ি গাখীৰ আৰু চেনি অকণেৰে মিলাই ল'লে। সি সেইকেইটা খাই শেষ কৰিলে। প্ৰথমতে মুখ মেলিবলৈ নাৰাজ হৈছিল যদিও এবাৰ জুতি পাই বাকী কেইটা খাবলৈ ধৰিলে। বটলটোত গাখীৰ অকণো লৈ তাক

খুৱাই দিলে। গাখীৰখিনি খাই সি শেষ নকৰিলে। তাৰ টোপনী আহিছে। তাতে দিনত সি শোৱা নাই। টোপনী ধৰিলে সি অকণমান আমনি কৰে। আমনি কৰি কৰি সি টোপনী যায়গৈ। তাক কান্ধতে পেলাই লৈ তেওঁ পিঠিত চপৰিয়াই দিলে গোটেই দীঘল বাৰান্দাখন, পিচফালৰ বাৰান্দাৰ পৰা তেওঁৰ শোৱা কোঠা, শোৱা কোঠাৰ পৰা আগফালৰ বাৰান্দা তেওঁ তেনেকৈয়ে খোজকাঢ়ি ফুৰিব ধৰিলে। তেওঁৰ বাঁউসীত মূৰটো পেলাই দি ল'ৰাটোৱে অ-অ কৰি গান গাবলৈ ধৰিলে। তেৱেঁ। গালে, আমাৰে মইনা শুব এ বাৰীতে বগৰী কৰ এ—

কিমান বছৰ হ'ল! নীলিমা নে লক্ষ্মীমা? পোনানে বাবুল? নে পূর্ণিমা? কোন এইটো? শুবলৈ আমনি কৰিছে। কিমান বছৰৰ মূৰত নীলিমা নে লক্ষ্মীমা, পোনা নে বাবুল নে পূর্ণিমা ঘূৰি আহিছে তেওঁৰ কোলালৈ। তেওঁক আমনি কৰিছে। মধুৰ আমনি। তই সদায় থাক, মোৰ কোলাতে তই সদায় থাকিবি। সেই পুৰণি গীতবোৰেই তেওঁৰ মুখলৈ পুনৰ আহিছে—

আমাৰ বাচা সক  
বাখে বৰে গৰু  
ঐ বাম আচাৰি হেঁকৰাই কান্দে হে।

বাহিৰৰ চোতালত তীব্র পোহৰ পৰিল। বাবুলৰ গাড়ীখনৰ অকণো শব্দ নাই। আগ চীটৰ পৰা বাবুল নামি আহিল। পিচ চীটৰ পৰা তৃষ্ণা। কিন্তু গাড়ীৰ ভিতৰৰ পৰা উফৰি অহাদি আহিল পিকলু। তৃষ্ণা খৰপোচকৈ কোঠালৈ সোমাই গ'ল। তেতিয়ালৈ তেওঁৰ কোলাৰ কেচুৱাটোৰ মুখৰ অ-অ-শব্দ নাইকিয়া হৈছিল। তেওঁৰ বাঁউসীত থকা তাৰ মূৰটো গধুৰ অনুভৱ কৰিছিল।

তৃষ্ণাই কোঠাত হাতৰ বেগটো থৈয়েই পুনৰ ওলাই আহিল। মিনিক সুধিলে—খুকুলুৱে আমনি কৰিছিলনেকি?

—সি পৰিলে বাইদেউ।

তৃষ্ণা ফেটী সাপৰ দৰে ফোচ কৰি উঠিল—ক'ত পৰিলে? কেনেকৈ পেলালি?

—মই পেলোৱা নাই। আইতাৰ লগত—

—আইতাৰ লগত! তই ক'ত মৰিছিলি? বুঢ়ী হ'ল ইমান অসাৱধান। মই সেইকাৰণে এৰি যাব খোজা নাছিলোঁ। ক'ত আছে?

—আইতাই শুৱাইছে।

—কিবা খুৱালিনে নাই?

—খালে আইতাই মুৰি খুৱালে।

অতৰ্কিতে মিনিৰ সৰু গাল এখনত তৃষ্ণাৰ চাৰিটা আঙুলীৰ সাঁচ পৰিল।

•—মুৰি খুৱালে! মই তোক কি খুৱাব কৈছিলোঁ?

মিনিৰ চকুৰ পৰা চকুপানী ছুটোপ সৰি পৰিল। চকুত থকা বাকীখিনি পানী লুকুৱাবৰ কাৰণে তললৈ মূৰ কৰিলে।

ওখ জোতাৰ খট্‌খট্‌ আৰু নতুন কাপোৰৰ খচমচ শব্দ এইবাৰ তেওঁৰ ওচৰলৈ আহিল।

—তাক মোলৈ দিয়ক।

—ৰবা সি শুইছে। লাহেকৈ নি বিচনাত পেলাই দিবা। তেওঁ বোৱাৰীয়েকে মিনিৰ লগত পতা কথা-বতৰা শুনি আছিল। অৱশ্যে বোৱাৰীয়েকে যথেষ্ট ডাঙৰকৈয়ে কথাখিনি কৈছিল। সেইবাবে তেওঁ বোৱাৰীয়েকক বৰ কোমলকৈ কথাকেইটা ক'লে যাতে বোৱাৰীয়েকৰ খং কিছু সাম কাটে।

কিন্তু তৃষ্ণাই একো নোকোৱাকৈ শাহুৱেকৰ হাতৰ পৰা ল'ৰাটো আজোৰ মাৰি নিয়াদি নিলে। ফলত শুই থকা ল'ৰাটোৱে সাৰ পাই কান্দিবলৈ ধৰিলে। তৃষ্ণাই তাক শান্ত কৰিবলৈ চেষ্টা কৰাৰ পৰিৱৰ্তে উচাত মাৰি গুচি গ'ল।

বাবুলে নিৰ্দিষ্ট ঠাইত গাড়ীখন থৈ দীঘল দীঘল চিৰিকেইটা পাৰ হৈ সোমাই আহিছিল। ভিতৰৰ অসহজ পৰিস্থিতিটো অনুমান কৰি সি ক'লে, কি হৈছে? কোনেও একো নেমাতিলে। মাক পিচফালৰ বাৰান্দাৰ আন্ধাৰত বহি আছে। মিনি আৰু পখিলী চুপচাপ আগফালৰ

বাৰান্দাত। তৃষ্ণাই পোহৰত ল'ৰাটোৰ ওঁঠখন পৰীক্ষা কৰি চাইছে। কেঁচা টোপনী ভঙা বাবে তাৰ কান্দোন বন্ধ হোৱাই নাই।

—কি হ'লনো ?

বাবুলে পুনৰ প্ৰশ্ন কৰিলে।

—কি হ'ব আৰু। মই জানো এনেয়ে কওঁ। চোৱাচোন ওঁঠখন কেনেকৈ ফুলি আছে। বুঢ়ীমাকৰ ঘৰমত এৰি থৈ গৈছিলা নহয়— দেখিলাতো মৰম। একেদিনাই এই অৱস্থা।

—চুপ থাকা। বাবুলে চিঞৰি উঠিল। তাৰ আজি দিনটো মন ভাল নহয় তৃষ্ণাৰ মুড দেখি। সি বুজি উঠিছে তৃষ্ণাৰ ভাল লগা নাই ইয়াত। সি ভাবিছিল দেৱালীলৈকে ইয়াত থাকিব। কিন্তু তৃষ্ণাৰ নীৰৱ বিদ্ৰোহ দেখি মন বেয়া হৈ পৰিছে। মাকক তেনেকৈ কোৱাত সেয়ে সি ফাটি পৰিল।

—চুপ থাকিম, তুমি চুপ থাকিব ক'লেই মই চুপ থাকিম!

আন্ধাৰত থিয় হৈ থকা মাকৰ গাত কঁপনি উঠিল। আৰু একো মুগুনিবৰ যত্ন কৰিলে। উস ইহঁতে ইমান নিলাজৰ দৰে কাজিয়া কৰে! ইমান জনা-বুজা, শিক্ষা-দীক্ষা থকা, দেশ ফুৰা ল'ৰা-ছোৱালী অথচ কাণ্ড চোৱাচোন।

কুঁৱাৰ পাৰত মিঠাৰামে পানী তুলি ভৰি হাত ধুইছে। তেওঁৰে ভাগ্য ভাল, পানী তোলা শব্দই বাকীবোৰ শব্দ ভল পেলালে। তেওঁ মিঠাৰামক ক'লে, ভোৰ হ'ল যদি বান্তি জ্ব। ই ল'ৰাটো কেনি গ'ল ?

—আই কাৰ কথা কৈছে ? পিকলু ?

—অঁ। তাক গাড়ীৰ পৰা নমাহে দেখিলোঁ। গ'ল ক'লৈ ?

—মই তাক আবতিহঁতৰ ঘৰত থৈ আহিছোঁ। সি ৰবকৈ যাওঁ যাওঁ কৰিলে। ককাইদেৱে বোলে থৈ আহগৈ। সি পিচে আজি তাতহে থাকিব যেন পাইছোঁ। সি মোক কৈ পঠাইছে বোলে আইতাক কবা, মই আজি ইয়াত থাকিম।

—কেলেই এৰি থৈ আহিলি ? মাকে বা কি কয়!

—আনিব লাগিলে লৈ আহিমগৈ আৰু অলপ পিচত। সি বৰকৈ মন কৰিছে কাৰণেহে। আই কি দিয়ে দিয়কছি। মই বাতি দিছোঁ।

মিঠাৰামক সিজোৱা বৰাচাউল বাতি দি তেওঁ নিজকে কোৱাদি ক'লে, এঃ ল'ৰাটোৱে আহি একো এটা নেখালে। পখিলী আৰু মিনিকো তেওঁ জলপান খাবলৈ দিলে। খোৱা হোৱা নাই তেওঁলোকৰহে।

তেতিয়ালৈ বাবুল আৰু তৃষ্ণাৰ তৰ্ক শাম কাটিছে। বাহিৰতে বাবুল বহি আছে গুম হৈ। তেওঁ মাতো নেমাতোকৈ মাত দিলে, কিবা এটা নেখায় জানো ?

• —হুঃ! বাবুলে ঘূৰি চালে। একো খাবৰ মন যোৱা নাই দেখোন। নীলি বাইদেউৰ তাত ভাত খোৱা দেৰি আজি। ভাত খাই উঠিও ডুঘৰ ফুৰিলোঁ। নেখাওঁ নেখাওঁ বুলিলেও কিবা অলপ নহয় অলপ খাব লগা হয়।

—মই আকৌ তই খাই ভাল পাব বুলিয়েই বৰাচাউল অলপ সিজাইছিলোঁ।

বাবুলৰ আচলতে ভোকতকৈ মনটো বেয়া বাবেহে খোৱাৰ ইচ্ছা নাই। মাকে আঘাত পাব বুলি ক'লে, বাৰু তাকৰকৈ কেইটামান দিয়াগৈ।

আচঁোতে তেওঁ তৃষ্ণাৰ কমৰ পৰ্দাখনৰ কাষত খন্তেক বৈ কৈ আহিল, ল'ৰাটো শুলে যদি কিবা এটা খাই লোৱা আহাঁ।

ভিতৰৰ পৰা এটা চুটি উত্তৰ আহিল—নেখাওঁ।

পাকঘৰৰ টেবুলতে বাবুলক খাবলৈ দিছিল। খাবলৈ বহি বাবুলে ক'লে, তোমাৰ ?

—মই খাম বাৰু। তই খাচোন।

—এওঁ খালেনেকি ?

—নেখাওঁ বুলি ক'লে দেখোন।

—কিয় নেখাব! টেবুলত ভুকু দি বাবুলে চিঞৰি উঠিল।

—ইমানকৈ চিঞৰিবলৈ তোৰ কিহে পাইছে ? নেখায়, নেখায় আৰু। ভোক নাই চাগে'। তই বৰ খঙাল হৈছ আজিকালি।

—মই খঙাল হৈছো! মোৰ আৰু কি হ'বলৈ বাকী আছে? মই মানুহটো শেষ হৈ গৈছোঁ। বিয়া কৰোৱাৰ পিচৰ পৰাই মই মানুহটো শেষ হৈ গৈছোঁ। বিয়া কৰোৱাৰ পিচৰ পৰাই মই মানুহটো মৰি গৈছোঁ। বাবুলে টেবুলত মূৰ থৈ কান্দিবলৈ ধৰিলে।

—নিলাজটো ক'ৰবাৰ! তোৰ কান্দিবলৈ লাজ লগা নাই? নিজৰ তিকতাজনীক বলাব পৰা নাই।

—এইটো তিকতা বলোৱাৰ যুগ নহয় মা। কিন্তু সেইবুলি উদ্ধতালিও সহ্য নহয়। সহানুভূতিশীল, বিবেচক তিকতাক বলাবৰ প্ৰয়োজন নকৰে। মা মই বৰ অসুখী হৈ পৰিছোঁ।

—নেকান্দিবি যি হ'ল হ'ল। তোৰ ভাগ্যত আছিল। নিজেইতো পছন্দ কৰি বিয়া কৰাইছিলি।

—তাতেই ভুল হ'ল। আচলতে সেই পুৰণি কথাষাৰ সঁচা যেন লাগে—দেৱাঃ ন জানন্তি।

—খাচোন জলপান কেইটা খাই ল। গৰম গাখীৰ অকণ দি দিওঁ আৰু ৰ।

—তুমিও লোৱাঁ মা।

তাক সন্তুষ্ট কৰিবলৈকে তেওঁ পিয়লা এটাত অকণমান জলপান ললে। চাহ বাকিবলৈ কাৰবাৰ কৰা দেখি বাবুলে ক'লে, মই চাহ নেখাওঁ।

—তই নেখাব যদি নেবাকোৱেই।

দুয়ো জলপান খোৱা আৰম্ভ কৰিলে। বাবুলে টেবুলত, মাকে জুহালৰ ওচৰৰ পীৰাত।

—মিলিজুলি থাকিবি। তাই বেয়া পোৱা কামবোৰ তই নকৰিবি। তহঁত দুটাই এনেকৈ কাজিয়া কৰি থাকিলে ল'ৰা দুটাও বেয়া হ'ব। সিহঁত কেইটাক মানুহ কৰাৰ দায়িত্ব তহঁতৰ ওপৰতে। কিতাপৰ শিক্ষাতকৈ তহঁতৰ আচাৰ-আচৰণৰ শিক্ষা সিহঁতে বেচি সহজে লয়।

—এইটোতো সঁচা কথা। কিন্তু তেওঁ ভালপোৱা কাম কৰিবলৈকেতো মই শেষ হৈ যাব লগা হৈছে। মই ভালপোৱা সকলো কথা তেওঁ বেয়া

পায়। মই বেয়া পোৱাবোৰ তেওঁ ভাল পায়। মই ভাল পাওঁ তোমাক, তোমাৰ ওচৰত থাকি, এই গাঁৱৰ জীৱন—কিন্তু তেওঁ তোমাক, এই পৰিবেশক ঘৃণা কৰে।

তেওঁ আহত হৈছিল। তথাপি সংযত হৈ ক'লে, —কৰিবই ; নগৰত সুখত ডাঙৰ হৈ অহা ছোৱালী। নাহোঁ বুলিলে তই জোৰ কৰি আনিব নেলাগে। তহঁতৰ অশান্তিহে হ'ব।

কিছুসময় তেওঁলোকৰ মুখত কথা নাছিল। তেওঁ পুনৰ ক'লে, পিকলু নোখোৱা নোবোৱাকৈ সককণহঁতৰ ঘৰলৈ গুচি গ'ল নহয়। সি বোলে আজি নাহে।

—সি নীলি বাইদেউৰ ঘৰলৈ যাওঁতেই মোৰ পৰা কথা লৈছিল। মদয় যাবলৈ কৈছোঁ। ল'ৰা-ছোৱালীক সকলো ধৰণৰ অভিজ্ঞতা লাগে। মাকৰ লগত তাকে লৈ ৰাটত যাওঁতে এখন তৰ্ক লাগিছিল। পিকলুৰ এই বয়সৰ যি অভিজ্ঞতা সি চিৰজীৱন মনত থাকিব। আমি তাৰ বয়সত পুৰ্ঁতি নিশাতে আমৰ দিনত আমৰ তল, জামুৰ তল পাইছিলোঁগৈ। গুল্টি লৈ কত বনে-জংঘলে ঘূৰি ফুৰিছিলোঁ। তাৰ তো সেইবোৰ অভিজ্ঞতা নাই। মোৰ এতিয়াৰ তেনে কোনো ঘটনা নাই যিবোৰে মোক প্ৰভাৱ পেলাইছে। কিন্তু তেতিয়াৰ দিনৰ হাঁহি-কান্দোনৰ অনেক কথা মোৰ এতিয়াও নিখুঁটভাৱে মনত আছে। চকু মুদিলেই ছবিৰ দৰে মনলৈ আহে। (শিশুকালচোৱাই মানুহৰ আচল জীৱন। বাকীখিনি জীৱনৰ নামত দিন আৰু ৰাতি।)

তেওঁৰ ভাত বাঢ়িবলৈ যোৱাই দেবি। ভাত পানী খাই বৈ উঠোতে ভালেমান নিশা হ'ল। তৃষ্ণাই মূৰ কামুৰিছে বুলি ভাত খাবলৈ নাছিছিলেই। বাবুলে ধমক এটা দি যেনিবা বহুৱালেহি। চুলেহে। পখিলীয়ে আকৌ বেচি ৰাতি হ'লে কুঁৱাৰ পাৰত অকলে কাঁহীবাতি ধুবলৈ ভয় কৰে। ভাতগাল খাই উঠিয়ে মিঠাৰাম বাঁহীটো লৈ ওলাই গ'ল। তাই কৈছিল—অকণমান ৰচোন মই কাঁহীবাতি কেইটা ধুই লওঁ।

—কিহৰ ভয় অ' ইমান। একোৱে নিনিয়ে ধুবি অকলে অকলে।

—আৰৌ হেৰিয়াৰ জীয়েকক বাঁহী বাই শুনাবলৈ তাৰ বেলি হ'ব।

—কাৰ জীয়েক ? দাঁত কেইটা উলিয়াই সি উভতি আহিল।

—জানো এতিয়া বাপেকৰ নাওটো কি। কটকীৰ ঘৰত থকা বগী ছোৱালীজনী। মই হ'ব পায় নেজানোঁ ? সেই ফালেদিহে যাব হ'ব পায় তই। বাঁহাৰ মাত শুনি সিফালে মাকণৰ গা চাটি-ফুটি কৰে। ছোৱালী-জনী কিন্তু বৰ ধুনীয়া দেই।

—কি কলি তই ? মিঠাবামে মাটিৰ চপৰা এটা বুটলি পখিলীৰ গালৈ মাৰি পঠিয়ালে। পখিলীয়ে চিঞৰ লগালে—অ' আই এইটোলৈ চাওকহিচোন।

—কিহৰ চিঞৰবাখৰ অ' তহঁতৰ ? তেওঁ পিচফালৰ বাৰান্দাত থিয় হ'লগৈ। মিঠাবাম সুৰসুৰকৈ আঁতৰি গ'ল।

—কি হ'ল চিঞৰিবলৈ ?

—একো হোৱা নাই। মই তাক বোলো অকণমান ৰচোন মই কাঁহীবাতি কেইটা ধুই লওঁ।

—ট ট কৈ লাইটবোৰ জ্বলি থাকোতে তোকে কিহে নিবলৈ আহিব অ' ? ধুই থাক ; মই আছোঁ এইবোৰতে।

আছো বুলি কৈ দেখোন আই নাইকীয়া হ'ল। ভিতৰ পাবগৈ পায়। কাঁহীবাতিও আজি এজাপ হ'ল নহয়। পখিলীয়ে মনে মনে ভাবিলে। ভয়তে তাই বিয়া নাম এটাকে গাই থাকিল—

বাইদেউ তুমি নিৰলা, নিয়ঁৰতে তিতিলা
চিৰি কৃষ্ণই গকুলত, গৰু চৰায় অৰণ্যত……

—অ' আই সৌটো কি আহিছে ? আই !

—ক'ত কি দেখিলি অ' ?

—সৌটো। কিবা এটা জ্বলি আহি আছে। পখিলীয়ে বাবীৰ ফালে আঙুলীয়াই দেখুৱালে।

কোনোবাই লেম্প এটা লৈ আহি আছে। বাৰীয়েদি আহিছে বেতিয়া সেইটো সকৰুণ হ'ব লাগিব।

হয় সকৰেই। লগত পিকলু।

—ই নেথাকিলে নবৌ। সক্কণে লেম্পটো একাষৰীয়াকৈ থলে।

—কেলেই নেথাকিলা? তেওঁ পিকলুক সুধিলে।

—জানো! ভাত পানী খাই বিচনাত উঠিছিল। পুটু-বাবুহঁতৰ লগত কথা পাতি আছিল। এবাৰ বোলে, মই নেথাকোঁ, যাওঁগে। ইহঁতৰ মাকে ক'লে ৰাতিখন কেনেকৈ যাবা; ৰাতিটো যেনেতেনে থাকাঁ। ৰাতিপুৱাই যাবাগৈ। সি বোলে মই ৰাতিপুৱাই আহিম এতিয়া যাওঁগে। ৰক্ষাই নিদিলে। ল'ৰাৰ ল'ৰা মন। কেতিয়া কি মন যাব, কেতিয়া কি মন নেযাব কি ঠিক!

বাবুল আৰু তৃষ্ণাও সেইখিনি পাইছিলহি। তৃষ্ণাই যেন পিকলু আহিলত স্বস্তি পালে।

বাবুলে ক'লে, তুমি থাকিম বুলি কিয় গুচি আহিলা বেয়া পাইছে নহয় তেওঁলোকে।

—মই যাওঁ। দুৱাৰ খুলি দিবলৈ ইহঁতে বৈ থাকিব। সৰুৱে লেম্পটো দাঙি ফিটাডাল বঢ়াই ললে। ইলেকট্ৰিক বাল্বটোৰ তলত সক্কণৰ লেম্পটো অলৰ বৃদ্ধৰ ঘোলা চকু যেন লাগিছে। চিমনিটোৰ এডোখৰ ফটা। ডাঠ কাগজ এডোখৰ লগাই থৈছে। ওপৰ ফালে ছাইৰে চানি ধৰিছে চিমনিটো। আচলতে লেম্পটো জ্বলি আছে বুলি কব পাৰি। কিন্তু পোহৰ দিছে বুলি ক'ব নোৱাৰি।

—পাপা আজি মই আইতাৰ লগতে শোওঁ দিয়া। পিকলুৱে ক'লে।

—শোৱাঁ। আইতাৰ লগৰ পৰাও গুচি নাহিবা কিন্তু।

—নাযাওঁ নাযাওঁ।

বাবুলৰ কোঠাৰ দুৱাৰ বন্ধ হ'ল। উজ্জ্বল পোহৰ নুমাই গ'ল। ভেণ্টিলেটৰেদি পাতল নীলা পোহৰ দেখা গ'ল। কাম শেষ কৰি পখিলাও বিচনাত উঠিল। দুৱাৰৰ হুকটো লগাই তেওঁ আহি বিচনাত পৰিল। ৰাতিলৈ অলপ ঠাণ্ডা পৰিছে। পাতল কম্বল এখন কঁকাললৈকে লৈ পিকলু শুই আছে। তেওঁ বিচনাত উঠোতে পিকলুৱে হাঁচি তিনিটা মাৰিলে।

—তুমি হাঁচিয়াইছানে ? ইয়াত আছি বেমাৰ নপৰিবাহি। গৰম পানী অকণেৰে ভৰি কেইটা ধুই লোৱাঁ। মই পানী আনি দিওঁ।

হাতৰ তলুৱাৰে নাকটো মোহাৰি পিকলুৱে কলে,

—ভৰি ধুলো মই। খুৰী আইতাই চৰিয়াত গৰম পানী লৈ ভৰি ধুৱাই তেল ঘঁহি দিছে।

—ইমান মৰম কৰোঁতেও তুমি নেথাকিলা কিয় বাৰু ?

আইতাকৰ ডিঙিত গৰা মাৰি ধৰি পিকলুৱে ক'লে, বাবুহঁতৰ ঘৰটো ইমান ভগাছিগা আইতা! মোৰ বৰ ভয় লাগিল।

চোতাল পাওঁতে সৰুকণে অভ্যাসমতে গল হেকাৰি এটা মাৰিলে। দুৱাৰখন ঠেলা মাৰি সোমাই ডাংডাল দি দিলে। বিজয়া সাৰ পাই আছিল। সুধিলে, বাইদেউহঁতে একো কোৱা নাইনে ?

—সুধিছিলে কেলেই নেথাকিলে। মই বোলো ল'ৰা মানুহ। কেলেই থাকিবৰ মন নকৰিলে কেনেকৈ কম ?

হয়ো। সৰুকণক টোপনীৰ পৰাহে জগাই পঠিয়াইছে। পিকলু কেলেই নেথাকিলে, কি কথা একো নেজানে তেওঁ। বিজয়াই আজি ল'ৰাটোক বৰ আলহ-উদহকৈ ৰাখিছিল। ৰন্ধাবঢ়াও আজি আনদিনাতকৈ যথাসাধ্য উন্নত কৰিছিল। আৰতিৰ স্কুলৰ ফিজ দিবলৈ বুলি বেচিবলৈ থোৱা পোহনীয়া পাৰ এজোৰকে মাৰি ৰান্ধিলে। পিকলুৱে আনদিনা কিমান খায় তেওঁ নেজানে। ইহঁতকেইটাই কিন্তু আজি আনদিনাতকৈ ভাতকেইটা বেচি খাইছে।

সৰুকণে লেম্পটো নুমাই বাহিৰৰ কোঠাতে থকা নিজৰ বিচনাত উঠিল। সৰু বিশেষ চিন্তা-ভাৱনা নকৰা মানুহ। যেনেকৈ পাইছে তেনেকৈ খায়, তেনেকৈ থাকে। বিচনাত পৰিলেই টোপনী আহে।

টোপনী নাহে বিজয়াৰহে। ওপৰলৈ মুকৰি এনেয়ে পৰি থাকে। উকথা ছাল। বাহিৰলৈকে দেখা পোৱা বেৰ। হমুনিয়াহ এটা ওলাই আহিল বিজয়াৰ। এটা পানী নপৰা ঘৰ, নভগা নিছিগা চকী-টেবুল বিচনা—বিজয়া আৰু আৰতিয়ে যিখন ঘৰ গুৱনীকৈ সজাই ৰাখিব, তেওঁৰ

বাবে চিৰদিন সপোন হৈয়ে থাকিব। ল'ৰা-ছোৱালীক এমুঠি ভাল খুৱাব, হেপাহৰ জোখাৰে পিন্ধাব—কেতিয়া পাৰিব তেওঁ!

বিজয়াৰ কাষতে পিকলু শুইছিল। পিকলু উঠি যোৱাত বাবু বিজয়াৰ কাষ চাপি আহিল। পিকলু শোৱা জেগাকণ বৰ ধুনীয়া ধুনীয়া গোন্ধাইছে অ'। অ' মা মা গুন্ধি চাচোন গুন্ধি চা। মাকে একো নমতা দেখি তাৰ লগতে শোৱা পুটুক ক'লে, দাদা, চাচোন বাক গুন্ধি।

—হেই এইডাল ৰাতিখন কি পেকপেকাই থাক। চুপ থাক। পুটুৱে বিৰক্তি প্ৰকাশ কৰিলে। পুটু পঢ়া-শুনাত ভাল ল'ৰা। ঘৰত মাকে কেটকেটাই থাকে যদিও বাহিৰত সকলোৱে তাক প্ৰশংসা কৰে। তাৰ সকলোতকৈ আকৰ্ষণীয় সম্পদ হ'ল উজ্জ্বল বহল চকুজোৰ। আৰু তাৰ সকলোতকৈ উল্লেখযোগ্য গুণ হ'ল সৰুৱে পৰা সি ল'ৰাটো শিল্পীসুলভ। গাড়ী-ঘোঁৰা সজা; গছৰ শিপা আৰু ঠাল-ঠেঙুলীৰে সাপ, চৰাই-চিৰিকতি গঢ় দিয়া; মুখা বনোৱা আদি বিদ্যা সি আপোনা-আপুনি আয়ত্ত কৰিছে। স্কুলৰ কৰ্ম অভিজ্ঞতাত সি এইবোৰ দি প্ৰশংসা পাইছে। স্কুলীয়া ছাত্ৰ-ছাত্ৰীৰ বাবে পতা বিভিন্ন প্ৰদৰ্শনীতো এইবোৰে প্ৰশংসা আনিছে।

কিন্তু তাৰ ঘৰটো ভগা। ঐশ্বৰ্য্যৰ ওচৰত তাৰ সকলো প্ৰতিভা, সকলো প্ৰশংসা ধূলিসাৎ হৈ গ'ল। অলপ আগতে পিকলুৱে কৈ গ'ল—তোমালোকৰ ঘৰটো ইমান ভগা। তোমালোক কেনেকৈ থাকা?

পুটুৰ অহংকাৰত আঘাত লাগিছে।

—মাম্মী পাপাইতো কৈছিল দেৱালীৰ পিচত যাম বুলি। ইমান লৰালৰিকৈ যাবলৈ ওলাইছা কিয়?

—বৰ ভাল লাগিছে নহয় ইয়াতে থাকি? একেবাৰে স্ত্ৰী পাইছা—থাকিয়ে যাম যেন লাগিছে নহয়? পঢ়া-শুনাৰ ক্ষতিতো গৈছে!

মাকৰ উত্তৰটো পিকলুৰ মনঃপুত নহ'ল। দেউতাকক সুধিলেগৈ—পাপা আমি সঁচাকৈয়ে কালিলৈ যাব লাগিবনেকি?

—যাব লাগিব।

কথাষাৰ তেৰোঁ পিকলুৰ পৰাহে গম পালে।

—আইতা আমি কালিলৈ যাম জানা।

বুঢ়ীৰ বুকুত যেন কোনোবাই ঘণ্টাহে কোবালে।

—কালিলৈয়ে যাবাগৈ? কোনে কৈছে?

—মাম্মীয়ে কৈছে, পাপায়ো কৈছে। মোৰ কিন্তু তোমাক এৰি যাবলৈ ভাল নেলাগিব।

—নেলাগিলেও তুমি যাবই লাগিব সোন। তেওঁ বাহিৰলৈ ওলাই গ'ল।

—বাবুল কালিলৈ যাওঁ বুলিছনেকি?

—যাওঁ বুলি ভাবিছোঁ।

—এহ্‌ ফট কৰে যাবলৈ ওলালি। একো এটা কৰিবলৈকে নেপালো। তেওঁ লৰালৰিকৈ পিঠাগুৰিৰ চাউল দুটামান তিয়ালে। গোটেই দিনটো তেওঁলোকৰ বস্তু-বাহানী সামৰাৰ পাল। এইকেইদিন থাকিবলৈকে অতবোৰ বস্তু-বাহানী আনিছে। ল'ৰা দুটাৰ কাপোৰ-কানি, খোৱা বস্তু, দৰৱ-ঔষধ—কিমান সামৰিব। পিকলুৱে গোটেই পিচবেলাটো বিজয়াহঁতৰ ঘৰত কটালে।

—কালিলৈকে যাবাগৈ? বাবু বিমৰ্ষ হৈ পৰিল।

আচাৰৰ বটল দুটা আনি দিলে তেওঁ।

—আচাৰ কেলেই দিছে? বহুত আচাৰ আছে তাত—তৃষ্ণাই ক'লে।

—বহুত আচাৰ থাকিলেও মায়ে বনোৱা আচাৰ খাই মই ভাল পাওঁ। লৈ লোৱাঁ।

—এই পিঠাখিনিও ভৰাই লোৱাঁ।

তৃষ্ণাই ভৰাই ললে পিঠাৰ টোপোলাটো।

—খাবলি অকণ বনাই দিম বুলি ভাবিছিলোঁ। তোমালোকে বৰ লৰালৰি কৰিলা নহয়। সময়কে নহ'ল।

বাবুলহঁতে ভাত বাটতে ক'ৰবাত খাম বুলিছিল যদিও তেওঁ লৰালৰিকৈ গৰমভাত দুটামান বনাই খুৱালে।

বিজয়া আৰতি আৰু বাবুও আহি গ'ল এবাৰ। বাবুৱে পিকলুক

ক'লে যে পুতুৰে গাড়ী সাজিবলৈ সময়কে নেপালে। তাতে কাঠ আৰু ৰং সোণ মিস্ত্ৰিৰ তাৰ পৰাহে খুজি আনে। যাবলৈ সময় নহ'ল। সেই কাৰণে বাবুৰে খেলি থকাখনকে দি দিছে পিকলুক। ওপৰে ওপৰে মাত্ৰ অলপ ৰং লগাই আনিছে। পিকুলুৱে লুটিয়াই বগৰাই চালে— একদম নতুনৰ নিচিনাই হৈ পৰিল।

—চাবা চাবা, ৰং শুকুৱাই নাই কি জানি।

পিকলুৱে হাতখন এৰুৱাই আনি চালে। নাই শুকালে।

বিজয়া আৰতি আৰু বাবু গ'লগৈ। আৰতি আৰু বাবু স্কুললৈ যাবৰ হ'ল। স্কুলীয়া কাপোৰ পিন্ধিয়ে আহিছে সিহঁতে। বিজয়াই স্কুলীয়াক ভাত দিবগৈ লাগে।

—তহঁতে কিবা বস্তু থাকি গৈছে নেকি চাই লহঁক ভালকৈ। তেওঁ সকিয়াই দিলে। তৃষ্ণাই কোঠাটো আকৌ এবাৰ পৰীক্ষা কৰি আহিছে। ঠিকেই আছে। ফ্লাস্কত বেলেগে বেলেগে গৰম পানী ঠাণ্ডা পানী লোৱা হৈছে। তেওঁ গোঁসাই ঘৰৰ পৰা বেলপাত চাৰিটা আনি সিহঁতক দিলে। তৃষ্ণাই ভক্তি আৰু বিশ্বাসত ললে। বাবুলে মাকৰ আন্তৰিকতাক শ্ৰদ্ধা কৰি ল'লে। গাড়ীত গ'লে বমি ভাৱ হ'লে বেলপাতটোৱে বোলে ঔষধৰ কাম কৰে। মিনি আৰু পিকলুৱে তৃষ্ণা আৰু বাবুলে লোৱা দেখি ল'লে।

পিকলুৱে আইতাকক প্ৰণাম কৰিলে। তেওঁ তাক আশীৰ্বাদ কৰি বুকুত সুমাই লৈ মৰম কৰিলে। মোলৈ মনত পৰিবনে বাৰু তোমাৰ? তেওঁৰ শোকে যেন বুকুত খুন্দা মাৰি ধৰিলে।

তৃষ্ণাক ক'লে, তৃষ্ণা তুমি পঢ়া-শুনা কৰা ছোৱালী তোমাকনো মই কি কম—তোমালোকৰ সংসাৰখন সুখৰ দেখিলে মই শান্তি পাম। মই মাক। তুমিও মাক হৈ পাইছা। তোমাৰো মোৰ দৰে সময় আহিব। অৱশ্যে আশা কৰিছোঁ। সময়ে যেন মোৰ প্ৰতি কৰাৰ দৰে তোমাৰ প্ৰতিও নিষ্ঠুৰতা নকৰে। মাকৰ বুকুৰ যি জ্বালা—তুমিও অনুভৱ কৰিবলৈ পাবা। তুমি যিমানে সভ্য নোহোৱা, যিমানেই আধুনিকা নোহোৱা, তোমাৰ সভ্যতা আৰু আধুনিকতাৰ আভৰণ—

সকলো ঢাকনিহে। মাতৃত্ব হ'ল তোমাৰ সৰ্বকালৰ, সৰ্বদেশৰ আচল সম্পদ।

বাবুলে কেৱল মাকলৈ চাই আছে। ইমান সুন্দৰকৈ মাকে কথা ক'ব জানে! এয়া মাকৰ হৃদয়ৰ পৰা অহা ভাষা। সেয়ে ইমান নিৰ্ভূ'ল, সেয়ে ইমান সাৱলীল।

ওঁ যোৱা যোৱা, তোমালোক গাড়ীত উঠা। পিকলু, মিনি! বাবুলে ক'লে।

পিকলু আৰু মিনি গাড়ীত উঠিলগৈ। তৃষ্ণা যাবলৈ উদ্যত হৈছিল। কেচুৱাটোক তেওঁ দুগালে দুটা চুমা দি বিৰবিৰালে—ঈশ্বৰে তোমাক ভালে ৰাখক বাচাটো। তুমি ডাঙৰ হৈ নিজে আহি মোক চাই যাবাহি; যদি জীয়াই থাকোঁ।

তৃষ্ণাই উঠিবলৈ লৈয়েই গজালৰ নিচিনা সৰু কিবা এটাত লাগি কাপোৰত টান খালে। চাই দেখিলে বাবুৱে দি যোৱা সৰু কাঠৰ গাড়ীখন। পিকলুৱে ভৰাই লৈছে। দেখিছানে বাৰু? গজালত লাগি আজি কাপোৰ ফাটেই। ঘৰত তোমাৰ ক'ত খেলাবস্তু আছে সেইবোৰে নহয়? এইখন কেলেই!

মাম্মী! পিকলুৰ চকুকেইটা বহল হৈ গ'ল। গাড়ীৰ দুৱাৰ খুলি নামি যাব খুজিছিলেই মাকে পেলাই দিয়া গাড়ীখন আনিবলৈ।

পিকলু বহি থাকা! মাকে শাসন কৰিলে।

সেই সময়ত মাক পুতেকে নিবিড়ভাৱে কথা পাতিছে—চিঠি-পত্ৰকে একোখন দিবি মাজে মাজে।

বাবুলে মাকৰ হাতত টকাৰ জাপ এটা গুজি দিছে।

—হ'ব দেচোন। চলি আছোঁ নহয়। মিছা কথা ক'লে কি হ'ব পোনায়ো টকা পঠাই থাকে। দৰকাৰ হ'লে ময়ো অলপ দিবহে পাৰোঁ।

বাবুলে ঘড়ী চালে। কথাও নাই বিশেষ পাতিবলৈ কিন্তু বিচ্ছেদৰ মুহূৰ্তটোও অসহ্যকৰ হৈছে দুয়োৰে বাবে।

বাবুলে মাকৰ ভৰি চুলে। হ'ব দেচোন। তেওঁ তাক তুলি দিলে।

তেওঁ পূৰা গম পাইছে তেওঁৰ চকুৰ পৰা পানী পৰিছে দুটোপ। মাকৰ চকু পানী দেখি বাবুলৰো সংযম হেৰাই গৈছে। লৰালৰিকৈ গাড়ীত দৰ্জা বন্ধ কৰিছে। খিৰিকীৰ বাহিৰত হাত দিছে। গাড়ীয়ে জোকাৰণি দিছে। বাবুলে হাত জোকাৰিছে। তৃষ্ণাই কৈছে, আহিছোঁ মা। পিকলুৱে হাত জোকাৰিছে। মিনিয়ে হাঁহিছে। গাড়ীৰ আইনাত অকণমানিটোৰ মুখ।

গাড়ীখন চকুৰ পচাৰতে অদৃশ্য হৈ গ'ল। চোতালত বহি ৰ'ল চকাৰ চিন।

গাড়ীখন নেদেখা হোৱাৰ পিচতো তেওঁ সেই পিনে চাই ৰ'ল। যেতিয়া তেওঁ পিচফালে ঘূৰি চালে তেতিয়াহে দেখিলে মিঠাৰাম আৰু পখিলীয়ে জঠৰ হৈ গাড়ীখন যোৱাৰ ফালে চাই আছে। তেওঁ সন্মুখৰ ঘৰটোৰ ফালে খোজ ল'লে। পখিলী আৰু মিঠাৰামো দিহাদিহি কামলৈ গ'ল। ঘৰটো তেওঁৰ আজি আকৌ প্ৰকাণ্ড প্ৰকাণ্ড লাগিল। এই খালী ঘৰখনত তেওঁ কেনেকৈ সোমাব? ইয়াত যেন তেওঁ এটা দিনো থাকিব নোৱাৰিব। মৰি যাব। অৰ্থহীন! জীয়াই থকাটো বৰ অৰ্থহীন। তেওঁ এটা এটাকৈ কোঠাবোৰ পাৰ হৈ পিচফালৰ বাৰান্দা পালেহি। বাৰান্দাত ৰছী এডাল টনা আছে। ডাৱৰীয়া বতৰ হ'লে গামোচাখন, চাদৰখন মেলিব পাৰে। তেওঁ ৰছীডাললৈ চাই ৰ'ল। ইহঁতে ইমানকৈনো সামৰিলে কি! বাবুলৰ গেঞ্জী এটা দেখোন থাকিয়ে গ'ল। তেওঁ গেঞ্জীটো নমাই আনি হাতলৈ ল'লে। ধুই থোৱা গেঞ্জী নহয়; গাৰ পৰা খুলি থোৱা গেঞ্জীহে। বাবুলৰ গাৰ গোন্ধ লাগি আছে। তেওঁ টানি টানি গেঞ্জীটোৰ গোন্ধ ল'লে। নিজৰ কোঠাত সোমাই গেঞ্জীটো থৈ দিলে।

ভিতৰত সোমাই থাকি তেওঁৰ অসহ্য লাগিল। পুনৰ বাহিৰলৈ ওলাই আহিল। চোতালত সেইটো কি? তেওঁ চোতাললৈ নামি গ'ল। বাবু আৰু পিকলুৱে খেলা গাড়ীখন। চকা এটা দূৰত পৰি আছে।

পিচলৈ তেওঁৰ এনেকুৱা লাগিল যেন তেওঁ এটা সপোন দেখিছিল। সপোনৰ বাহিৰে কি হ'ব পাৰে? তেওঁৰ জীৱনলৈ জানো এনে সুন্দৰ

দিন আছে! পিকলুৰ দৌৰাদৌৰি, অকণমানিটোৰ হাঁহি-কান্দোন, বাবুলৰ গলগলীয়া মাত। এই দেখিছে, এই শুনিছে। নাই ভ্ৰম। কিয় আহিছিল সিহঁত? তেওঁৰ দুখ বঢ়াবলৈ? দুদিনৰ বাবে সুখ দি পিচত দুখৰ অঠাই সাগৰ?

বাবুলৰ দেৱালীলৈকে থাকিবৰ মনটো আছিল। নেথাকিলে। ঘৈণীয়েকে লৰালৰি কৰিলে। তাই তৃষ্ণাই তেওঁৰ আগত মুখ ফুটাই একো নকয়। কিন্তু বাবুলৰ ওচৰত বিদ্ৰোহ কৰে। নীৰৱ বিদ্ৰোহ। তাইৰ কাম-কাজত এইটো প্ৰকাশ পায়।

বাবুলৰ বাৰু বৰ অশান্তিনেকি? সি যে ক'লে সি আচল মানুহটো হেনো হেৰাই গ'ল! এইটো বাবুলৰ ভূত। কিয়? আজিকালি মানুহৰ সংসাৰবোৰ ইমান অশান্তিময়নে? তেওঁলোকে সংসাৰ যে অশান্তিময় এই কথা'টো ভাবিবই নোৱাৰিছিল। অৱশ্যে দিনৰ দিনটো যৌথ ঘৰখনত অমানুষিক পৰিশ্ৰম কৰিব লগা হৈছিল। তাৰ মাজত বেমাৰীৰ শুশ্ৰূষা, কেচুৱাৰ প্ৰতিপাল, মেজাজী গিৰিয়েকৰ মন বুজি কাম কৰা—তথাপি এইবোৰে সংসাৰৰ প্ৰতি বীতশ্ৰদ্ধ কৰি তোলা নাছিল। যেনেভাৱে জীৱনটো পাইছিল তেনেভাৱেই আদৰি লৈছিল। তাৰ অন্যথা কিবা থাকিব পাৰে বুলি ভাবিব নেজানিছিল।

হয়ো। কি কষ্টৰ জীৱন তেওঁলোকে যাপন নকৰিলে। তেওঁলোকৰ দিনত বোৱাৰী বুলিলে যে নিকিনা গোলাম আছিল। তৃষ্ণাহঁতে সেইবোৰ পোৱা হ'লে!

বেয়াও লাগে বাবুললৈ। তেওঁনো তাক কি উপদেশ দিব। সিহঁত বহুত জনাবুজা, পৃথিৱী দেখা, কিতাপ-পত্ৰ পঢ়া ল'ৰা-ছোৱালী। সিহঁতক দিবলৈ তেওঁৰ কোনো উপদেশেই নাই। সিহঁতে জীৱনবোৰ জটিল কৰিছে। পয়চা-পাতি খা-খৰছ কৰি বং ৰহইচ কৰিছে, আলহী নিমন্ত্ৰণ কৰি বিবিধ খুৱাইছে, কানি-কাপোৰ লৈছে, গাড়ী-মটৰ লৈছে—জীৱন উপভোগৰ বাবে এই সকলোৱেই কৰিছে। কিন্তু এইবোৰে সিহঁতক একোৱেই দিব পৰা নাই। যিহেতু প্ৰকৃতাৰ্থত সিহঁতে জীৱনৰ অৰ্থ ই বিচাৰি পোৱা নাই।

কেইবাদিনলৈকে তেওঁৰ বাবুলহঁতৰ কথাকে মনত পৰি থাকিবলৈ ধৰিলে। ভবা কথাকে দুনাই ভাবে। কৰিবলৈতো আৰু একো কাম নাই দৈনন্দিন ৰন্ধা-বঢ়া কাম কেইটাৰ বাদে। দিনটো প্ৰচুৰ আজৰি। কিছু দূৰতে নামঘৰ এটা আছে। তৰুৰ মাকহঁত যায় আবেলি। তেওঁক কেইবাজনীয়েও লগ লৈছে। নামঘৰত অকল নামেই নহয়—বহুত ৰসৰ চৰ্চা হয়। আনকি কাজিয়া পৰ্য্যন্ত হয়। তেওঁ যোৱা নাই ; তাতে ভট্টাচাৰ্য্যৰ ঘৰৰ বোৱাৰী বুলি এইবোৰলৈ নোলাই নোলাই ওলাবলৈ বেয়া লগা হ'ল। বিজয়াৰ লগতে কেতিয়াবা সুখ-দুখৰ কথা একোষাৰ পাতে। সেই এজনী জনমদুখুনী। সৰুতেই মাক-দেউতাক মৰিল। মোমায়েকে তুলি ডাঙৰ কৰিলে। ছোৱালীজনী কামে-কাজে স্বভাৱে চৰিত্ৰই লখিমী ছোৱালী আছিল। মোমায়েকে দায়িত্ব সাৰি সকলৈ বিয়া দি দিলে। সৰুকণ আচলতে বিজয়াৰ লায়েকৰ মানুহ নাছিল। সংসাৰ কৰিবৰ দিন ধৰি অভাৱ দুগুছিল মানুহজনীৰ। সৰুকণেও ক'ৰবাৰ খং আহি বিজয়াৰ পিঠিতহে সাৰেহি। তথাপি মানুহজনীৰ মুখৰ হাঁহিটো নুগুছে। এফালে যদি কান্দিছে, এফালে হাঁহিছে। আকৌ এবাৰ তেওঁৰ বাবুল-তৃষ্ণাৰ সংসাৰখনৰ লগত বিজয়াৰ সংসাৰখন তুলনা কৰি চাবৰ মন গ'ল। বিজয়াই অনুভৱ কৰে তেওঁ সুখী ( ইমান অভাৱ-অনাটন-নিৰ্যাতন সত্ত্বেও )। অথচ ইমান স্বাচ্ছন্দ্যত থাকিও তৃষ্ণাহঁত অসুখী। শিক্ষা-দীক্ষা সা-সুবিধাই মানুহক অসুখীহে কৰেনেকি !

কমী নাই। থকা হ'লে আজি তাইকে সুধিলেহেঁতেন—কিয় হৈছে ? ছোৱালীবোৰ পঢ়ি-শুনি বাহিৰলৈ ওলাই অসুখীহে হৈছে দেখোন। আগৰ দিনবোৰেই ভাল আছিলনেকি ? দিনৰ দিনটো ঘৰৰ ভিতৰতে গেবাৰি খটা ; মতা মানুহবোৰৰ হাতত এটা যন্ত্ৰৰ দৰে থকা ! তেওঁৰ কথাৰ সমিধান দিবলৈ আজি তেওঁৰ কাষত কমী নেথাকিলেও এদিনৰ স্মৃতি মনত আছে। স্কুলঘৰটোত কিবা মিটিং পাতিছিল। কিবা নাৰী মুক্তিৰ মিটিং। স্কুলঘৰটোত কত ধৰণৰ মিটিং হয়। তেওঁ কোনদিনা কোনখন মিটিঙলৈ গৈছে ? পুৰা নৱজাত 'মা-লক্ষ্মী' বাচৰ পৰা ছৱমুৰকৈ কমী আৰু লগৰ দুজনীমান নামিলহি।

—আইতা ওলাওক মিটিঙলৈ যাওঁ।

তেওঁ কমীয়ে তামাচা কৰিছে বুলিয়েই ভাবিছিল।

—তইঁতে ভাত-পানী খাই আছিছইঁক জানোঁ ?

—আমি খাই বৈ আছিছোঁ। আপুনিও বেগতে কেইটামান খাওক আৰু ওলাওক।

—থ হেৰ' মিটিংখনলৈ গৈ মই কি কৰিমগৈ ?

—শুনিব আকৌ—কি কৰিব !

—এতিয়া আৰু মোৰ মিটিং শুনাৰ দিন নাই। তইঁত ছোৱালী মানুহবহে—

—সেইবোৰ কথা নহয় আইতা আপুনি ওলাওক বুলিছোঁ ওলাওক।

ছোৱালীকেইজনীয়ে তেওঁক মিটিঙলৈ নিহে এৰিলে। এই স্কুলখনতে কমী পঢ়োতেও কত মিটিং হৈছিল। বাৰ্ষিক অধিবেশন, বঁটা বিতৰণী সভা। নিমন্ত্ৰিত অতিথি আহে। আৰম্ভণি গীতৰ অভ্যাস কৰে। ৰাতিপুৱাৰ পৰা ফুলৰ মালা গাঁথি তত নাইকিয়া হয় কমীৰ সভাপতিক পিন্ধাবৰ বাবে। তেওঁক বাকচ খোলাই হাৰাশাস্তি কৰে—পূৰ্ণিমা-মাহীহঁতে কিমান টেবুলক্লথ কৰি থৈছে—বাকচত কেইবাখনো আছে। টেবুলত পাৰিবলৈ লাগিব। তেওঁৰ বিচনাত পাৰি থোৱা বেডকভাৰ পৰ্য্যন্ত তাই দাঙি লৈ যায়। এবাৰ দৌৰি আহি পিতলৰ ফুলদানি দুটা লৈ যায়। ক'ত আয়োজন। তেওঁ মিটিঙলৈ নগ'লেও গম পায়। অনুমান কৰিব পাৰে।

কিন্তু এইখন মিটিঙত একো নাই। উকা কাঠৰ চকী-টেবুল। সভানেত্ৰী, নিৰ্দিষ্ট বক্তা আছিছে। সভানেত্ৰী হোৱা মানুহ গৰাকী ক'ৰবাৰ দূৰৰ মানুহ। তেওঁ নিচিনে। নিৰ্দিষ্ট বক্তা গৰাকীক দুই এবাৰ দেখিছে ক'ৰবাত ক'ৰবাত। কমীয়েহে ক'লে, কলেজত প্ৰফেচাৰ কৰে। মতামানুহো আছিছে মিটিঙলৈ। তাৰ বাহিৰে গাৱঁৰ অন্যান্য মাইকীমানুহ। কোলাত কেচুৱা, হাতত এড়ি শূতা কটাৰ সঁজুলি। মদকৰা কাপোৰ-কানি। কেইবাজনীও তেওঁলোকৰ পথাৰত আধি মাটি বোৱা তিৰোতা। সিহঁতে তেওঁৰ সন্মুখত পীৰাতো ন'বহে। তেওঁ সোমাই

যোৱাত মানুহ কেইজনীয়ে কিছু ইতঃস্তত কৰিছিল। তেওঁ কমীলৈ চালে—অর্থাৎ ক'ত বহিব। সেই মানুহবোৰৰ লগত শাৰী পূৰাই বহিবলৈ সঁচা কথা ক'বলৈ গ'লে তেওঁ সাংকোচ কৰিছিল। ভাগ্যে এজনী ছোৱালী আহি (স্কুলৰে-ছোৱালী বোধহয়) আগবঢ়াই লৈ গৈ চকী এখনত বহুৱালেগৈ। বহি লৈ তেওঁ অসহায়ভাৱে চালে ইফালে সিফালে। কটকীয়নীহঁত অহা হ'লে! নাই শেষ পর্য্যন্ত তেওঁ আশা কৰা কটকীয়নী বা নন্দ পূজাৰীৰ ঘৈণীয়েক কোনো নাহিল। মিটিং আৰম্ভ হ'ল। বক্তৃতা দিয়া মানুহ কেইগৰাকীয়ে হাত জোকাৰি জোকাৰি বহুত কথা ক'লে। আমাৰ দেশৰে কিয় প্রায় সমগ্র বিশ্বৰে মহিলাসকল বোলে পুৰুষৰ দ্বাৰা শোষিত। শোষিত—এই কথাষাৰ মিটিঙখনত কেবাবাৰো কোৱা শুনিলে তেওঁ। কথাষাৰৰ অর্থ তেওঁ ঠিক নুবুজিলে যদিও সভানেত্রী মহিলা গৰাকীয়ে পিচত বুজাই দিলত তেওঁ বুজিলে। কিন্তু বাকী কথাবোৰৰ বহুবোৰেই তেওঁ নুবুজা ধৰণৰ। হাতত পৰা পুস্তিকাখন মেলি পঢ়িবৰ যত্ন কৰিলে। আমাৰ মহিলাসকল বোলে দুই ধৰণে শোষিত। অর্থনৈতিক ভাৱে সমগ্র দেশ জুৰি চলা শোষণ আৰু পুৰুষৰ দ্বাৰা শোষণ। এনেকুৱা দেশত ৰাষ্ট্র ব্যৱস্থাৰ পৰিবর্তন অবিহনে কি পুৰুষ কি মহিলা কোনোৱেই শোষণৰ পৰা মুক্ত হ'ব নোৱাৰে। মিটিঙখন ভালে ভালেই চলি গৈছিল। তাৰ পাচত কেইটামান ল'ৰা ক'ৰবাৰ পৰা আহি হুলস্থুল লগালে—এইখন কমিউনিষ্টৰ মিটিং। এইবোৰ মিটিং ইয়াত নচলিব। তাৰ পাচত কাজিয়া, হুলস্থুল মাৰ-পিট পর্য্যন্ত হৈ গ'ল। সিমানতে তেওঁ সুৰুঙাৰে পলাই গুচি আহিল। আহোতে কমীয়ে দেখিছিল তেওঁক। আৰু ভালেমান মানুহ ভয়ত গুচি আহিল। তেওঁ কমীক মাতিলে—ব'ল ব'ল কমী ঘৰলৈ ব'ল। কমী নাহিলে। ঘৰতো আহি উৎকণ্ঠাৰে বাট চাই থাকিল কমীৰ বাবে। কমী পালেহি কাণিমুনি বেলিকা। উস মোৰ এতিয়াহে ধাতুটো আহিছে—তেওঁ ক'লে। কমীয়ে ক'লে, তোমালোক যে এনেয়ে বুঢ়া হলা ইমান অলপ-ধতুৱানে? এইবোৰ কামত এনেকুৱা প্রতিক্রিয়াশীল মানুহে বিঘি-পথালি দিয়েই। আৰু কিমান সহ্য কৰিব লাগিব। উস আইতা,

সেই পেটুৱা কাউন্সিলৰটোৰ ডায়েকটো—কি নাম তাৰ ? সি এটা মহা বদমাছ। ইমান অসভ্য !

—কিহৰ কাৰণেনো লাগিল কাজিয়াখন ? কতবোৰ মিটিং হৈছে —এনেকৈ মিটিং বন্ধ কৰিবলৈ কৰা হুলস্থূল মই শুনা নাই পাই। তইঁতে কিবা বেয়া কাম কৰিছনেকি ?। কিহৰ মিটিঙনো এইখন ? মেল-মিটিঙত ভাল কথাৰহে আলোচনা হয়। মানুহে ইয়াত কিয় বাধা দিব। তইঁতে মিটিঙখন কাৰোবাৰ বিৰুদ্ধেহে পাতিছনেকি ?

কমীয়ে আইতাকৰ সবল মুখখনলৈ চাই থাকিল—এৰা কাৰোবাৰ বিৰুদ্ধেই।

—মই হ'লে এইবোৰ ভাল দেখা নাই।

সেইদিনা কমী ঘৰলৈ যাবলৈ আৰু বাচ নাছিল। গতিকে তাই আইতাকৰ লগতে থাকিব লগা হ'ল। তেওঁ। ভালেই পালে। কমীয়ে যিমান পাৰে সহজ ভাষাত আইতাকক বুজালে মিটিঙখনৰ সাৰমৰ্ম তথা সমাজত নাৰীৰ অৱস্থান।

তেওঁ ভালকৈ তথাপিতো নুবুজিলে। বুজাখিনিবো সমস্ত মানি ল'বলৈ টান পালে। এই ছোৱালীজনীয়ে শাস্ত্ৰৰ কথাবোৰো বেয়াকৈ কবলৈ আৰম্ভ কৰিছে। তাইৰ পাপ নহ'বনে বাৰু ? তেওঁ ভাবিলে।

—আইতা তুমিহে বুজি পোৱা নাই। যিবিলাকে বুজি পাব লাগে তেওঁলোকে বুজি পাইছে। কৈ কমীয়ে সিফালে মুখ কৰি শুই থাকিল।

বুজিও নুবুজে ছোৱালীজনীক তেওঁ। তথাপি কিবা প্ৰশ্নৰ সন্মুখীন হ'লেই তেওঁ ভাবে কমীয়েই পাৰিব কিজানি কব। উত্তৰটো কমীৰ হাততহে আছে।

আজিও তেওঁ ভাবিছে সকলো সম্ভোগ পায়ো তৃষ্ণাইত অসুখী। একো নাপাই বিজয়াও অসুখী। কিয় বাৰু ? কিবা লাগে—কি লাগে ? বিজয়াৰ টকা-পয়চা নাই। তৃষ্ণাৰতো টকা-পয়চা আছে। তেওঁ নিজৰ কথাই ভাবিলে—তেওঁক কি লাগে ! নাতি-পুতিৰে ভৰা ঘৰ। সেই ঘৰখন পোৱা হ'লেও জানো তেওঁ সুখী হ'লহেঁতেন ? তেওঁ পুৰণি যুগৰ মানুহ। নতুন যুগৰ পো-নাতিহঁতৰ লগত তেওঁৰ মত নিমিলিলহেঁতেন।

অশান্তি হ'লহেঁতেন। আজিকালিৰ দিনৰ বোৱাৰীয়েও তেওঁক ভাল নেপালেহেঁতেন। খুঁটখাট লাগি থাকিলেহেঁতেন। অসম্ভৱ। তেওঁ বিচাৰিলেও একাধিক পুত্ৰ-বোৱাৰীৰে সুখ-শান্তি থকা এখন ঘৰ আজিৰ স্বাৰ্থপৰতাৰ দিনত অসম্ভৱ। টকা-পয়চা সা-সুবিধায়ো মানুহক স্বাৰ্থপৰ কৰে। অভাৱেও কৰে। তেনেহ'লে তেওঁ বিচৰা বস্তুটো কেতিয়াও নেপায় বুলি তেওঁ জানে। সুখ-শান্তি মৰীচিকাহে নেকি ?

তেওঁৰ চিন্তাত যতি পৰিল। এজাক বনৰীয়া ৰাজহাঁহ কলকল শব্দ কৰি উৰি গ'ল নদীৰ ফালে। তেওঁ মূৰ তুলি চাই থাকিল খেমুভিৰিয়া চৰাইৰ জাকটোৰ ফালে। সিহঁতৰ পাখী আছে কাৰণে সিহঁত উৰিব পাৰিছে। উৰিব পাৰে কাৰণে সিহঁতৰ বৰ উলাহ। উৰি যাবলৈ চাগে' কেনেকুৱা লাগে! নাই তেওঁ উৰিব নোৱাৰে। তেওঁ বন্দী এই প্ৰকাণ্ড ঘৰটোৰ ভিতৰত। মনত নপৰা দিনৰ পৰাই তেওঁ বন্দিনী হৈ আছিছে। বিজয়া বন্দী, তৃষ্ণাও বন্দী। পদূলীয়েদি সোমাই আহিছে সৌৱা তৰুৰ মাক। তেৱোঁ বন্দী।

তৰুৰ মাক আহিলে তেওঁ বৰ ভাল নাপায় যদিও বৰ আগ্ৰহেৰে চালে মানুহজনীলৈ। বৰ খৰধৰ কৰি আহিছে। খোজতে বুজিব পাৰি কিবা তাঙৰ দৰকাৰ আছে নাইবা কিবা খবৰ লৈ আহিছে।

তেওঁৰ অনুমানেই সচাঁ। তৰুৰ মাক তেওঁৰ ওচৰ নৌ পাওঁতেই চোতালত থু এখেপা পেলাই মুখ ভেঙুচাই কলে, থুই কটা এনেকুৱা কথা শুনাও পাপ।

—কি হ'লনো ? কত কি শুনিলা ?

—আপুনি গম পোৱা নাইনে ? তৰুৰ মাকে আচৰিত হৈ তেওঁৰ ফালে চালে।

—জানো, কি গম পোৱাৰ কথা কৈছা!

—এইবোৰ কথা কোৱাও পাপ, শুনাও পাপ।

তেওঁৰ মনে মনে হাঁহি উঠিল। সেই পাপ কথাকে তৰুৰ মাকে শুনি আহিছে আৰু তেওঁৰ আগত কবলৈ দৌৰি আহিছে। ইতিমধ্যে বা আৰু কিমানক ক'লে আৰু কিমানক কবগৈ লাগিব!

—সেই গেলাই কমাৰৰ ঘৈণীয়েক আকৌ।

—গেলাই কমাৰৰ ঘৈণীয়েকে কিটো কৰিলে ?

এৰা মানুহজনীক ভালেমান দিন দেখা নাই তেওঁ। তেওঁ ভাবিলে। বেমাৰ বুলি কোৱা শুনিছে। আগতে কিবা খুজিব মেলিবলৈকে আহে। পৰা অৱস্থাত কৰি মেলিয়েই খাইছিল আৰ-তাৰ ঘৰত। গেলাই কমাৰে তাহানী ভাটি টানি টানি লোহা পিটি পিটি দা, কাচি, মৈদা, বঠি গঢ়াইছিল। কমাৰো মৰিল, ভাটিশালো উঠিল। চলায় কোনে ? চাৰিজনীকৈ গজ গজ ছোৱালীহে গেলাই কমাৰৰ। ল'ৰা নাই। যিবা এটা হৈছিল কেচুৱাতে মৰিল। ডাঙৰ মাজুজনী ছোৱালীৰ বদনাম ওলাল। ঘৰতে আছে বুঢ়ী হৈ। তাৰ পিচৰজনী এটালৈ পলাই গ'ল। সৰুজনী কাৰোবাৰ ঘৰত দিছে। কমাৰণীৰ চলা মেলাৰে কষ্ট এতিয়া। কেইবা সাজলৈকে লঘোনে থাকে। তাতে ডাঙৰজনী ছোৱালীৰ আৰৰীয়া বেমাৰ আছে।

—গেলাই কমাৰৰ ঘৈণীয়েকৰ বেমাৰ ভাল হ'ল জানো ?

—ক'ৰনো ভাল হয়; ঔষধো নাই, পথ্যও নাই। তাতে পিত্ত বেমাৰ। তাকেহে কব খুজিছোঁ। কালি গধূলি বেলিকা। এহ কি ক'ব—কোৱাও পাপ, শুনাও পাপ। মহেন দোকানীৰ পিচফালে যে কাঠনিখন আছে—তাতে চিপ ল'ব খুজিছিল।

তেওঁৰ উশাহ বন্ধ হওঁ হওঁ হ'ল।

—তাৰ পিচত ?

—দোকানীৰ পুতেকে দেখিলে। গৰু পোৱালী বিচাৰি কাঠনিলৈ গৈছিল। গছত ওলমি চটফটাই আছিল। দোকানীৰ পুতেকে গৈ ৰছীডাল কাটি দিলে। হুলস্থুল কাণ্ড। চাওকচোন বাক বুঢ়ী মানুহজনীয়ে তেনে কাণ্ড কৰিব লাগেনে। কেনে পাপ কথা। ইপিনে বাইজে পৰাচিত্ত হ'বলৈ কৈছে, তাই বোলে পৰাচিত্তো নহয়।

তেওঁ একো নেমাতিলে। কমাৰণীৰ কথাহে ভাবিলে।

তেওঁক একো নমতা দেখি তৰুৰ মাকে প্ৰসঙ্গটো সলাই ক'লে, তামোল এখন মুখুৱায় জানো ?

—অ' তামোল খাবা নেকি ?  আহাঁ। পিচফালেকে আহঁা।

তেওঁলোক দুয়ো পিচফালৰ মূঢ়াত বহিলগৈ। তেওঁ তামোল কাটি তৰুৰ মাকলৈ আগবঢ়াই দিলে।

তামোল-পানৰ বেপাৰী উমাই পান পাৰি পিচফালে চোতালত গুচিয়াই আছিল। লগত মিঠাৰামো আছিল। তৰুৰ মাকে ক'লে, পান কেনেকৈ দিছেনো ?

—দেড় টকাকৈ আই। উমাই তপৰাই মাত লগালে। উমাৰ মুখত তামোল এমোকোৰা আছিল। যথেষ্ট সাৱধানেৰে মুখখন ওপৰলৈ কৰি কথাষাৰ কৈছিল যদিও এটুকুৰা তামোল মুখৰ পৰা উফৰি আহি চোতালত পৰিল। উমাই তৰ্জনী আঙুলীৰে টুকুৰিয়াই ওফৰাই পেলালে তামোল টুকুৰা।

—পানৰ এইবাৰ বৰ দাম হ'ল।

—আৰু হ'ব। মাঘ-ফাল্গুন মাহলৈ দুটকা হব—চাব আই।

—চাওঁ মোক দিয়াচোন দুখিলামান।

তৰুৰ মাকে কাৰো অনুমতি নোহোৱাকৈ পানত হাত দিছিল। মিঠাৰামে জেংজেঙাই আহিল। সেইবোৰ নিনিব—সেইবোৰ নিনিব। এইবোৰ নিয়ক। সৰু সৰু ফলা-চিৰা পকিবলৈ ধৰা পান কেইখিলা আগবঢ়াই দিলে মিঠাৰামে। তৰুৰ মাকে পান কেইখিলা আনিবলৈ উমাৰ গাৰ কাষেদি যাব লগা হ'ল। নাকটো কোঁচ খাই গ'ল তৰুৰ মাকৰ। ওঁহ এইভাল—ভেকেটাভেকেট গোন্ধাইছে। আমৰলি পৰুৱ আমৰলি পৰুৱা গোন্ধ !

—নোগোন্ধাব কেলেই, পিঠিতে আমৰলি পৰুৱা এটা বগাই আছে। মিঠাৰামে ক'লে।

—পান-তামোল পাৰিবলৈ গছে গছে বগাই ফুৰোতে কমবো। আমৰলি পৰুৱাই কামোৰে জানো। উমাই ক'লে।

পান কেইখিলা লৈ তৰুৰ মাক নবলেই। তৰুৰ মাক যোৱাৰ পিচনত তেওঁ উমাৰ লগত পানৰ দৰদাম কৰাত লাগিল। বিশ গুছি পাৰা কলপাতত মেৰিয়াই উমাই চাইকেলৰ কেৰিয়াৰত বান্ধি ল'লে।

পিচদিনা বুধবৰীয়া হাটত বেচিবলৈ নিব। চাইকেলখন তামোল গছ এজোপাৰ গাতে আওজাই থোৱা আছে। আওপুৰণি চাইকেল। কেৰিয়াৰ আছে যদিও বছৰিহে কেৰিয়াৰত বস্তু ভালকৈ বান্ধি ল'ব লাগে। উমাৰ মুখত তামোল এমোকোৰা আছিলেই। তথাপি পানৰ মুৰাটো চাইকেলত বান্ধি আকৌ আহিল—চাওঁ তামোল এখন আক দিয়ক খাই যাওঁ। বটাত কটা তামোল আছিল। পানকণত কটাৰিৰ আগৰ চুনকণ লগাই লগাই তেওঁ ক'লে, তক্কৰ মাকে কথা এষাৰ ক'লে সচাঁনে মিছা জানো!

—কি কথানো?

—গেলাই কমাৰৰ ঘৈণীয়েকে বোলে···

—আমি অলপ আগতে তাৰ কথাকে পাতি আছিলোঁ। আপুনি অহা দেখিহে বন্ধ কৰিলো।

—তেনেহ'লে কথাষাৰ হয়নেকি?

—মানুহৰ মুখে মুখে। চৰে নেওচা দিছে। বুঢ়াকালত মানুহজনীয়ে তেনে এটা কামলৈ আগবাঢ়িব নেপাইছিল। তিনিকাল গ'ল, একাল আছে।

—পাৰোতে বুঢ়াকালত চিপ লৈ মাৰবলৈ ওলাইছে। মাৰবলৈ ওলাওঁতে চৰে ছিঃ ছিঃ কৰিব পাৰিছে। কেনেকৈ জীয়াই আছে বা জীয়াই থাকব লাগে কোনোবাই খবৰ কৰিছেনে?

তেওঁলোকৰ পিচফালে আৰতি আহি থিয় দিয়াহি কথা তেওঁলোকে গমেই নাপায়। কথাৰ মাজত মাত দিয়াত তেওঁলোকে আৰতিলৈ চালে।

—ৰত্নেশ্বৰৰ ঘৈণীয়েকৰ বেমাৰত টকা পাঁচটা দি সহায় কৰিবলৈ কোনো আগবাঢ়ি নাহিল। বিয়া কৰোৱা তিনি বছৰ হৈছিল মাত্ৰ। ছোৱালী এজনী মাথোন হৈছিল। মানুহজনী মৰাৰ পিচত সকাম কৰিবলৈ পয়চা নাই। মানুহবোৰ তেতিয়া আগবাঢ়ি আহিল—আমি দিম পয়চা। সেইবুলি মৃতকৰ চুৰা মুণ্ডচালে হবনে। বাইজে নথ জোকাবিলে নৈ বয়। সচাঁকৈ টকা এহেজাৰমান গোট খাইছিল।

টকাখিনি হাতত লৈ বঙ্গেশ্বৰে হুকহুকাই কান্দিবলৈ ধৰিলে : এইখিনি টকা যদি তাই জীয়াই থাকোঁতে পালোহেঁতেন, সেই সাধাৰণ অসুখটোতে মানুহজনী নমৰে।

তেওঁ আৰতিৰ মুখলৈ তধা লাগি চাই থাকিল। আৰতি জনীয়ে কমীৰ নিচিনাকৈ কথা কবলৈ আৰম্ভ কৰিছে।

বিচনাত বাগৰ দিয়ো তেওঁ ভাবিলে—আৰতিয়ে কমীৰ নিচিনাকৈ কথা ক'বলৈ আৰম্ভ কৰিছে। এই বুঢ়াকাললৈকে তেওঁলোকে কিমান কথা পাতিলে. ক'ত কথা ক'লে অথচ কমীহঁতৰ দৰে কথা ক'বলৈ নিশিকিলে। অথচ কমীহঁতে, আৰতিহঁতে বেলেগ ধৰণে কথা ক'বলৈ শিকিছে। তেওঁ ভাবিলে ইমান দিনে বছৰ বছৰ ধৰি তেওঁলোকে যিবোৰ কথা কৈ আহিছে—সেইবোৰত দৰকাৰি শব্দ যেন এটাও নাই। বানপানীত উটি অহা নৈৰ ফেনবোৰ পানীতে ভাগিছিগি নাইকিয়া হোৱাৰ দৰে তেওঁলোকৰ অৰ্থহীন কথাবোৰো বতাহত নাইকিয়া হ'ল। কিন্তু সিহঁতে যিবোৰ কথা ক'বলৈ আৰম্ভ কৰিছে সেইবোৰ বতাহতে শেষ হৈ. নাযায়। সেইবোৰ কথা যেন বতাহত বাজি থাকে, বাজি থাকে। কোনোবা কাললৈকে যেন বাজি থাকিব। আচলতে আমাৰ মাত ফুটাই নাই। সিহঁতৰ মাত ফুটিছে—নতুন মাত।

চটিয়না ফুলৰ গোন্ধ আহিছে। বৰ তীব্ৰ গোন্ধ। ঋতুৰ বিভিন্ন গোন্ধে তেওঁৰ প্ৰাচুৰ্য্যৰ দিনবোৰৰ স্মৃতি আনি দিয়ে। সেইবাবে এনেবোৰ গোন্ধে তেওঁক যেন বেদনা দিবলৈকে আহিছে তেনে লাগে। ক'ত বছৰ আগৰ কথা অথচ তেওঁৰ এনে লাগে যেন সিদিনাৰ কথা। যেতিয়া তেওঁ নকইনা আছিল তেতিয়াৰ কোনো নিশাও এনেদৰে চটিয়না ফুল গোন্ধাইছিল। কোনোদিনা হয়তো নিশা কেচুৱাৰ কান্দোনত সাৰ পাই কেচুৱাৰ তলৰ কাপোৰখন তিতা পাই সলাই দি বুকুত কেচুৱাৰ মুখখন লগাই দিয়ে। উম পাই খন্তেকতে কেচুৱা পুনৰ শুই পৰে। তেতিয়া পুনৰ টোপনী নহালৈকে তেওঁ পাই থাকে এই গোন্ধ। তেতিয়া এই গোন্ধে আজিৰ দৰে তেওঁৰ মনত দুখ দিয়া নাছিল।

আজি তেওঁ মিঠাবামে বাঁহী বজোৱা শুনা নাই। কালিও বজোৱা নাই নেকি! তাক দুদিনমান মনটো মৰা যেন দেখিছে তেওঁ। গাটো বেয়া নেকি? সি নকয় নহয়। তেওঁ তাক মুখ ফুটাই একো নকয় যদিও সি নিশা বাঁহী বজালে তেওঁ বৰ ভাল শুনে। বেচেৰা কেও কিছু নাইকিয়া ল'ৰা। বৰ বিশ্বাসী। আজিকালি এনেকুৱা ল'ৰা পোৱাটো টানেই।

তেওঁ ঘৰখনতে সোমাই থাকে; একো খবৰেই নাপায়। তৰুৰ মাকে ইঘৰ সিঘৰ ঘূৰি ফুৰি বহুত খবৰ পায়। গেলাই কমাৰৰ ঘৈণীয়েকৰ ঘটনাটো কালিৰেই। অথচ তেওঁ আজি আবেলিহে পাইছে খবৰটো। গাওঁখনত বহুত ঘটনাই ঘটি থাকে। সেই ঘটনাবোৰৰ লগত জড়িত নোহোৱাকৈ খবৰবোৰ মাত্র কাৰোবাৰ মুখে শুনি যায়। বল্লেশ্বৰৰ ঘৈণীয়েকৰ বেমাৰ অথবা বল্লেশ্বৰৰ ঘৈণীয়েক মৰিল—এইবোৰ তেওঁৰ বাবে নিৰ্লিপ্ত একোটা খবৰ। অথচ সেই খবৰবোৰৰ ওপৰতেই কমী বা আৰতিয়ে একোটা মতামত দিব পাৰে। সিহঁতৰ মাত ফুটিছে, নতুন মাত।

কোনোৱা এটা বাৰিষাৰ কথা। নদীত বান উঠিছে। গৰু-ম'হ উটি গৈছে। মানুহৰ ঘৰ-দুৱাৰ, শস্য-পথাৰ ডুবিছে। ৰূছবি বছবি লোৱাৰ দৰে বানভগনীয়া মানুহবোৰে সেইবাৰো আশ্রয় লৈছে স্কুল ঘৰটোত। শাওন মাহ। হয়, পোন্ধৰ আগষ্ট আছিল সেইদিনা। চাৰি পাঁচজনমান মানুহ আৰু দহ-পোন্ধৰটামান ল'ৰাই স্কুলৰ পথাৰত পতাকা তুলি থৈ গ'ল। আগতে এনেবোৰ দিনত স্কুলৰ ফিল্ড ল'ৰা-ছোৱালীৰে নধৰা হয়। দীঘল প্রচেচন হয়। তেওঁ বাটলৈ ওলাই সেই দৃশ্য চায়। লাহে লাহে সেই উৎসৱ চেঁচা পৰি আহিছে। সেই দিনা কমীৰ লগত তেওঁ বাটলৈ ওলাই গৈছিল এনেয়ে। স্কুলৰ পথাৰৰ পতাকাখন বতাহত কঁপি আছিল। কমীয়ে ঢেকঢেককৈ হাঁহি দিলে।

—হাঁহিবলৈ কি হ'ল তোৰ?

—কথাষাৰ ভাবিলে তোমাৰো হাঁহি উঠিব আইতা। সৌ মানুহবোৰ চোৱা—নাই এটা নিৰাপদ থকা ঘৰ; এডোখৰ কাপোৰ নাই; পেটত

ভাত নাই। অথচ বীৰদৰ্পেৰে আকাশত ভাৰতৰ বিজয়ী নিচান উৰিব লাগিছে। বছৰৰ পিচত বছৰ ধৰি স্বাধীনতাৰ জয়ন্তী পালন কৰা হৈছে।

—কিনো কৰিব এতিয়া ?

—তুমি হয়তো নুবুজিবা আইতা যি দেশত পাৰমাণৱিক পৰীক্ষা কৰা হয়, মহাকাশলৈ স্পুটনিক পঠোৱা হয়, এচাম মানুহে আধুনিক সকলো সা-সুবিধা গ্ৰহণ কৰে—সেই দেশত কিয় বেচি ভাগ মানুহৰ বাবে এখন চালি, এডোখৰ কাপোৰ আৰু এসাজ ভাত নিমিলে।

ঠাণ্ডা পৰিছে। অকল কম্বলখনেৰে জাৰ নুগুচা হৈছে। লেপ উলিয়াই লৈছে এসপ্তাহমানৰ পৰা তেওঁ। চটিয়না ফুলৰ আমোলমোল গোন্ধ।

তেওঁৰ টোপনী অহাও দেখি, সাৰ পোৱাও সোনকাল। নিচেই দোকমোকালিতে তেওঁ সাৰ পালে। সাৰ পায়েই আকাশেদি উৰি যোৱা বনৰীয়া ৰাজহাঁহৰ মাত শুনিলে। সাৰ পাই তেওঁ বেচি সময় শুই থকা মানুহ নহয়। বহুত বছৰ ধৰি একে ৰকমৰ ৰুটিনৰ মাজেদি তেওঁ সময় পাৰ কৰি আহিছে। ৰাতিপুৱা গাখীৰ খীৰোৱা, বাৰীৰ শাক-পাত চিঙা, গাধোৱা, গোঁসাইঘৰ সোমোৱা, চাহ কৰা, ভাত ৰন্ধা। আগবেলাটো এনেদৰে কিছু হ'লেও ব্যস্তভাৱে পাৰ হয়। পিচবেলাটো নেযায় নুপুৱায় যেন লাগে। আগতে চাৰিওটা পৰিয়াল একেলগে থাকোতে, নাইবা তাৰ পিচতো ছোৱালীবোৰ বিয়া নিদিওঁতে ঘৰখনত অনবৰতে আলহী অতিথি থাকেই। খন্তেকীয়াই হওক বা ৰাতি থকাই হওক। তেওঁ ইমান ব্যস্ত থাকিব লাগে যে ৰাতিপুৱাটো কেতিয়া দুপৰীয়া হয় বা দুপৰীয়াৰ বেলিটো কেতিয়া হেলনীয়া হয় লক্ষ্য কৰিবলৈ আজৰি নাথাকে। অৱশ্যে ছোৱালীবোৰ থাকিলে ঘৰখনৰ চেহেৰাই বেলেগ হৈ থাকে। আজিকালি আলহী তেনেকৈ নহা হ'ল। আহিবনো কাৰ ওচৰলৈ ? তেওঁৰ ওচৰলৈ আহিব কোন ? আহিছিল দেখোন ! আগতে তেওঁৰ ওচৰলৈকো মানুহ আহিছিল। তেওঁৰ ৰন্ধা-বঢ়া খাবলৈ,

তেওঁৰ হাতৰ লাড়ু-পিঠা খাবলৈ বহুত মানুহে হেপাহ কৰে। গাৱঁৰ তেওঁৰ খেতি কৰি দিয়া মানুহবোৰৰ ঘৰৰ বিয়া দিয়া জীয়াৰীবোৰ আহিলেও কয়, আই ভাত এসাজ খামহি এদিন।

—খাবিহি। আহিবি যোৱাৰ আগতে এদিন।

সেই ছোৱালীবোৰ আজিকালি নাহেনেকি বাৰু? বহুত দিনৰ মূৰত এদিন আহিলেও তেওঁৰ ওচৰলৈ আহিবলৈ সময় নহয়। বা আহিলেও ভাত এসাজ খাবলৈ অহা নহয়। সিহঁতৰ ল'ৰা-ছোৱালী হ'ল জঞ্জাল বেচি হ'ল। ঘৰ-দুৱাৰ এৰি সৰহ দিনলৈ আহিব নোৱাৰা হ'ল। তেওঁৰ সম্বন্ধীয়, সগোত্ৰীয় জীয়ৰীবোৰৰো একে দশা। আহিলেই লাড়ু-পিঠা আছেনে নাই খবৰ লোৱা ল'ৰাবোৰৰ এতিয়া চাকৰি হ'ল, সংসাৰ হ'ল। নতুন যিবোৰ বোৱাৰী আহিল, ল'ৰাছোৱালী হ'ল সিহঁত তেনেকৈ তেওঁক চিনিয়েই নেপায় তেনেকৈ।

আবেলি বাৰান্দাৰ চকীখনত বহি থাকোতেই কোনোবা এগৰাকী সোমাই অহা দেখিলে তেওঁ। লগত সৰু ছোৱালী এজনী। ঢকঢকীয়া বগা সাজ—বাউসীৰ তলেদি পেলাই লোৱা চাডৰ। তেওঁ চকীখনৰ পৰা উঠিল। মুখত হাঁহি এটা লৈ ক'লে, আজিনো কি মনত পৰিল এইফালে আহিবলৈ?

—মনত পৰে। সদায় পৰে। পিচে ওলাবহে নোৱাৰোঁ। লোকে ল'ৰালৈ বিয়া কৰাই ফুৰিব চাকিবলৈ মুকলি হয়। মই আকৌ বন্দী হ'লোঁ। দিনটো ঘৰ ৰখোতে, ল'ৰা-ছোৱালী ৰখোতেই যায়। কাম বাঢ়িলহে।

তেওঁ আথেবেথে নি কটকীয়নীক ভিতৰত বহুৱালেগৈ। আগতে কটকীয়নীৰ এইখন ঘৰৰ লগত খুব আহ যাহ আছিল। সঁচা কথা ক'বলৈ গ'লে টানে আপদে ইটো সিটো বস্তু খুজিহে নিয়ে তেওঁলোকৰ পৰা। এতিয়া ল'ৰাই পঢ়া-শুনা কৰি চাকৰি কৰিছে ভাল। ভাল মানে আৰু কি দুপয়চা সৰহকৈ পোৱা চাকৰি। ঘৰ-দুৱাৰ ভাল কৰিলে। অৱস্থা ভাল হ'ল। অৱস্থা ভাল হোৱাৰ পৰা ভেমেই হ'ল নেকি—মানুহজনীয়ে ৰবকৈ গাওঁ ঘুৰুৱা হ'ল। আজিকালি মানুহে কোৱা মেলা কৰা শুনে—

তেওঁলোকে টকাহে চিনি পোৱা হ'ল। টকাৰ কাৰণেই চাকৰি কৰা ছোৱালী বিয়া কৰালে ল'বালৈ। এতিয়া পোৱে বোৱাৰীয়ে ঘটিছেহে মানুহ হ'লে চিনি নেপায়। ৰাতিপুৱাই বোৱাৰী ওলাই যায় চাকৰিলৈ। গধূলি সোমায়হি। গতিকে কটকীয়নীয়ে কোৱা কথা মিছা নহয়। বোৱাৰী আহিলতো তেওঁৰ কাম বাঢ়িলহে। কেচুৱা ৰখাৰ পৰা ঘৰুৱা কামলৈকে তেওঁহে কৰিব লাগে।

তেওঁ তামোল কাটিলে। লগতে ইটো সিটো কথা পাতিলে। কটকীয়নীয়ে তামোল এখন মুখত ভৰালে। কওঁনে নকওঁকৈ ক'লে মই পিচে কথা এটাৰ কাৰণে আহিছিলোঁ।

—কি কথা ?

—কথা ডাঙৰেই !

—তেওঁ বুলি ?

নাতিনীয়েকলৈ চাই কটকীয়নীয়ে ক'লে, তই অকণমান বাহিৰলৈ যাচোন।

ছোৱালীজনী বাহিৰলৈ ওলাই গ'ল। তেওঁ পলক-নেপেলোৱাকৈ কটকীয়নীলৈ চাই থাকিল।

—মিঠাৰাম বোলা ল'ৰাটো আপোনালোকৰ ঘৰতে নেথাকে জানো ?

—থাকে। কি হ'ল ?

—সি ডাঙৰ ঘটনা কৰিছে।

তেওঁ অলপ আচৰিত হ'ল। ক'ৰবাত কিবা চুৰি তুৰি কৰিলেনেকি ? আজিলৈকে সি তেনে এটা কাম কৰাৰ কথা তেওঁ কব নোৱাৰে। কোনেও আজিলৈকে তাৰ বিপক্ষে এষাৰ কথা কোৱা নাই। দিনটো সি ইটো সিটো কাম কৰি প্ৰায় ঘৰতে থাকে। নিশা অকণমান বাহা বজাই ওলাই যোৱাটো মাত্ৰ তাৰ নিচা।

—কওকচোন সিনো কি কৰিলে ?

কটকীয়নীয়ে ক'লে। তেওঁৰ ঘৰতে থকা ছোৱালী মাকণ। তেওঁলোকৰ ঘৰত থকাও হ'ল পাঁচবছৰমান। মানে প্ৰায় সকৰে পৰাই

আছে। পাঁচ বছৰৰ আগতে তাই সকলোৰেই আছিল বুলিব পাৰি। ইয়াতে তাই ডাঙৰ হ'ল। দেখাত ছোৱালীজনী বেচ শুৱনি। ধুনীয়া-বোৰৰহে এনে হয়!

—মানে?

—তাই পাঁচমাহ গাধোৱা নাই।

—কিন্তু সেইবুলি আপুনি মিঠাৰামক—

—আপুনি কিয় খং কৰি আছিছে? আপোনাৰ পুতেকক ধৰা নাই নহয়। ডেকা ল'ৰাৰ কথা—নিজৰ ল'ৰাকো বিশ্বাস কৰিব নোৱাৰি এইবোৰ কথাত। বাহিৰা ল'ৰাক আপুনি কেনেকৈ বিশ্বাস কৰিব? আপুনি ঘৰৰ ভিতৰত থকা মানুহ, বাহিৰত ল'ৰাই গৈ ক'ত কি কৰে আপুনি কেনেকৈ জানিব।

ব'দৰ পৰা কাপোৰ সামৰি আনি পখিলী সেইফালেদি সোমাই আছিল। কটকীয়নীয়ে কথা বন্ধ কৰিলে। পখিলী তেওঁলোকক পাৰ হৈ ভিতৰ সোমাব খুজিছিল। তেনেতে তেওঁ মাত দিলে, পখিলী!

পখিলী বৈ গ'ল।

—মিঠাৰাম কাৰ কাৰ ঘৰলৈ যায় ক'ব পাৰনে?

—সি তেনেকৈ কাৰো ঘৰলৈ নেযায়। আৰতিহঁতৰ ঘৰলৈ কেতিয়াবা দৰকাৰ পৰিলে যায়। কেতিয়াবা এখেত সকলৰ ঘৰলৈকো যায়নেকি!

—সেয়া শুনিলে নহয়! কটকীয়নীয়ে উৎসাহেৰে ক'লে।

—মাকণ বোলা ছোৱালীজনীৰ কথা কিবা কয়নেকি?

—তেওঁৰ সোধাৰ ধৰণ দেখি তাই থমক খালে; একো উত্তৰ নিদিলে। তেওঁ পুনৰ সুধিলে, কচোন তোৰ আগত তাইৰ কথা কিবা কয়নেকি?

পখিলী বিমোৰত পৰিল। তাইৰ আগত সি কেতিয়াবা ধেমালিতে মাকণৰ কথা ইটো সিটো সুলিওৱা নহয়। পখিলীয়ে মিঠাৰামক মাকণৰ লগত জোকায়। কিন্তু আয়ে যিধৰণে সুধিছে তাইৰ তাকে ক'বলৈ ভয় লাগিল।

—তইঁত ছুটাই এনেয়ে চুপতি মাৰি থাক নহয়। একো নকয়নে তোক ?

—এদিন এনেয়ে ধেমালিতে কৈছিলে বোলে সি মাকণক আনিব। কথাবাৰৰ মাজতে পখিলীয়ে সেপ ঢুকিব লগা হ'ল।

তেওঁ মনে মনে থাকিল। কটকীয়নীয়েও একো নেমাতিলে। পখিলী সেইখিনিতে ঠেৰেঙা লাগি বৈ আছিল। তেওঁ ক'লে, বাৰু তই যা। কাপোৰবোৰ জাপগৈ।

পখিলী ওলাই যোৱাৰ পিচত তেওঁৰ মুখেদি দীঘল হুমুনিয়াহ এটা ওলাই আহিল।

—ডেকা ল'ৰাৰ কথা আপুনি মই ডাঠকৈ নহয় বুলি কব নোৱাৰো। ল'ৰাটো আপোনাৰ ঘৰতে থাকে কাৰণে কাণ চোৱাই থলো। পিচত যাতে পলাব নোৱাৰে। কিবা এটা হেস্ত-নেস্ত কৰি পেলাব লাগিব।

—মই মিঠাৰামৰ লগত কথা পাতি ল'ব লাগিব।

—পাতক পিচে বেচি পলম কৰিব নেলাগে।

তাৰ পাচতো ইটো সিটো কথা পাতি কটকীয়নী গ'লগৈ। তেওঁ কটকীয়নীৰ লগে লগে বাহিৰলৈ ওলাই আহিল।

আৰতিয়ে গোঁসাই ঘৰ মচি হাতত সোতাকানিটো লৈ ওলাই আহিছে। তেওঁৰ মনত পৰিল, কালিও আৰতিয়েহে গোঁসাই ঘৰ অতাইছেহি বিজয়া অহা নাই।

—তই যে আহিলি যাৰ কেনি গল ?

—আছে গাটো ভাল নহয় বোলে।

—কি হৈছে ?

—জা-নো! আৰতি কুঁৱাৰ পাৰৰ ফালে গুচি গ'ল। কুঁৱাৰ পানী তুলি তামৰ বাচনবোৰ নেমুৰ বাকলিত ফুটছাই সানি ঘঁহিবলৈ ধৰিলে। পানীৰে আওখালি চিক্‌চিকিয়া বাচনবোৰ নি মজিয়াখন নখছাকৈয়ে ভিতৰ ফালে দুৱাৰমুখত থৈ দুৱাৰখন জপাই থলে। 'ৰৰৌ যাওঁ' বুলি বাহিৰে বাহিৰে গুচি গ'ল আৰতি। তেওঁ ওলাই আহি আৰতিক নেপালেহি। বিজয়াৰনো কি অসুখ হৈছে ভালকৈ সুধিবলৈকে নেপালে।

ঠাণ্ডা আহিছে পানী লগাও হ'ব পাৰে। বিজয়াৰ আকৌ পানী লগাটো বেচি। যিবোৰ কেঁচা খৰি ফুৱাই ফুৱাই বিজয়াই ভাত ৰান্ধে—পানী লগা নহ'ব কিয়! পানী লগা এটা হ'লেই বিজয়া পিচে পৰি থকা মানুহ নহয়। জ্বৰ-চৰ উঠিছে চাগে'।' হ'লেও তেওঁৰ এতিয়া বিজয়াৰ খবৰ এটা কৰি আহিবলৈ সময় নাই। দিন চুটি; সন্ধ্যা লাগিল। গোঁসাই ঘৰত চাকি চুকা দি ইহঁতক খাবলৈ দিব লাগে। ঠাণ্ডাও পৰি আহিছে।

তেওঁ গোঁসাই ঘৰৰ চাকি দি জুইকুৰা জ্বলাই মানে মিঠাৰামে গৰু বান্ধি কুঁৱাৰ পাৰত ভৰি হাত ধুই তাৰ নিজৰ কোঠাত সোমাই উদং গাটোত চোলা এটা সুমুৱাই ওলাই আহিল। তাৰ নিৰ্দিষ্ট ঠাইত বৈ মাত দিলে, আই কি দিয়ে দিয়ক।

তেওঁৰ মূৰটোত ইমান পৰে সেই একেটা কথাই সোমাই আছিল। মাজে মাজে তেওঁৰ অকলে মিঠাৰামৰ ওপৰত ইমান খং উঠে যে নিজে নিজে দাঁত কৰছে। যেন তাক এই মুহূৰ্ততে—! কিন্তু তেওঁ পিচ মুহূৰ্ততে খঙটো দমাই ৰাখে। এতিয়া নহয়, পিচত! কিন্তু এই মুহূৰ্তত গিলাছটোত চাহ ঢালি দিওঁতে একান্ত মনে জলপান সানি থকা মিঠাৰামলৈ তেওঁৰ ইমান পুতৌ হ'ল যে তেওঁ একো কব নোৱাৰিলে। নাই, সি আজিলৈকে কোনো গুৰুতৰ অপৰাধ কৰা নাই তেওঁৰ ওচৰত। তেনেক্ষেত্ৰত হঠাতে কটকীয়নীয়ে ক'লে বুলিয়েই তাকেনো বিশ্বাস কৰে কেনেকৈ। তাৰ মুখত অপৰাধৰ কোনো চিন নাই। সেই সৰুৰে পৰাই মাক-বাপেক নোহোৱা ল'ৰাটোৱে এইখন ঘৰকে নিজৰ ঘৰৰ নিচিনাকৈ ভাবি আছে। দিনৰ দিনটো সি খাটিছে। কিছু পৰ তেওঁ মিঠাৰামে চাহ জলপান খোৱা চাই থাকিল।

তেওঁ মাতৃ। অথচ মাতৃৰ মমতাময়ী হাতেৰে সন্তানক তৃপ্তিৰে খাবলৈ দিয়াটো তেওঁৰ ভাগ্যত আজিকালি সততে নিমিলে। মিঠাৰামেও মাতৃস্নেহ পোৱা নাই। মিঠাৰামক চাই চাই তেওঁ ভাবিলে, তেওঁ যদি মিঠাৰামৰ মাক হ'লহেঁতেন!

তেওঁ ভাবিছে কি? মিঠাৰাম তেওঁৰ ঘৰৰ চাকৰ। তেওঁৰ পাক-ঘৰৰ বাহিৰত সি ভাত খায়। দিনৰ দিনটো সি যিমানেই ঘৰখনৰ

কাৰণে খাটক, ঘৰখনক যিমানেই আঁকোৱালি লওক লাগিলে, এইখন ঘৰৰ কোনো বস্তুৰেই তাৰ নহয়। কোনো বস্তুৰ ওপৰতেই তাৰ অধিকাৰ নাই। সি যদি এজনী ছোৱালী আনি সংসাৰ পাতে আৰু ইয়াতে থাকিবলৈ আগ্ৰহ কৰে তেওঁৰ অনুগ্ৰহ সাপেক্ষে তেওঁৰ বাৰীতে এটা জুপুৰী সাজি থাকিব পাৰিব। তেওঁ এই পৰম্পৰাৰ মানুহ। এই পৰম্পৰা তেওঁ ৰক্ষা কৰিব লাগিব। তাকে নকৰাটো তেওঁৰ বাবে বাতুলামি প্ৰকাশ কৰা হ'ব।

কমীয়ে কৈছিল, সেই মানুহবোৰে হেনো সিহঁতৰ অধিকাৰৰ বাবে সংগ্ৰাম কৰিব। তেওঁ নুবুজিলে। সিহঁতে কেনেকৈ যুঁজিব, সিহঁতে কিহেৰে যুঁজিব! কমীয়ে কৈছিল সেয়াই হেনো সিহঁতৰ যুঁজৰ সমল। নোপোৱাৰ ক্ষোভ আৰু যুগাযুগৰ অভিজ্ঞতাই সিহঁতক যুঁজাৰু কৰি তুলিব। তেওঁৰ বিশ্বাস নহয়। যিদিনালৈকে সিহঁতে সিহঁতৰ প্ৰাপ্য নাপায়, সেইদিনালৈকে তেওঁ নিজৰ মুঠি খুলি নিদিয়ে। তেওঁ সম্ভ্ৰান্ত ভট্টাচাৰ্য্য বংশৰ ঐতিহ্য (হয়তো শেষ ঐতিহ্য) বহনকাৰী। হয়তো এই ঐতিহ্য তেওঁ বেচিদিন বহন কৰিব নোৱাৰিব। তেওঁৰ মৃত্যুৰ লগে লগেই হয়তো এই ঐতিহ্য শেষ হ'ব। তেওঁৰ পিচত যেন আহিছে নতুন সভ্যতা। সেই সভ্যতাৰ ৰূপ কেনে হ'ব তেওঁ নেজানে। তেওঁৰ এই ঘৰবাৰী ৰখি থাকিবলৈ কোনোবা আহিব জানো? সকলোৱে নিজ সুখ-স্বাচ্ছন্দ্যৰ প্ৰতি মত্ত হৈ পৰিছে।

আৰু কি বিশ্বাস! নিজৰ মতা মানুহ বা পুতেককে বিশ্বাস কৰিব নোৱাৰি। যৌৱন এনেকুৱাই অবিশ্বাসী। জনা-শুনা মানুহেও ক'ত ডাঙৰ ভুল কৰে। অথচ তেওঁ মিঠাৰামকেই বা বিশ্বাস কৰিব কিয়?

চাহ তাহ খোৱাৰ পিচত মিঠাৰামে নিজৰ কোঠাত সোমাই ফটা চুৱেটাৰটো নমাই গাত পিন্ধিবলৈ লৈছিল। তেওঁ নিজকে কঠোৰ কৰি ল'লে। পিচফালৰ পৰা তেওঁ মাত দিলে, চাওঁ মিঠাৰাম এইফালে আহচোন।

চুৱেটাৰটো পিন্ধি পিন্ধিয়েই মিঠাৰাম ওলাই আহিল।

তেওঁ প্ৰথমে লাহে লাহে জেৰা কৰিছিল। মিঠাৰামে যিমানেই

অস্বীকাৰ কৰিলে তেওঁ সিমানেই কঠোৰ হ'ল। পিচলৈ তেওঁ মিঠাৰামৰ কোনো কথাই নুশুনিলে। কেৱল তাক গালি পাৰিবলৈ ধৰিলে, অজীন পাতকীৰ জাত! তইঁতক বিশ্বাস কৰিব নোৱাৰি। খাবলৈ নেপাই মৰিলিহেঁতেন! বুটলি আনি ৰাখিলোঁ। দেখিছে দুবেলা দুসাজি পেট পুৰাই খাবলৈ পাইছ। এতিয়া তই চুকতে খাই বুকুতে গোৰ মাৰিব খুজিছ! নিজৰ ল'ৰা-ছোৱালীৰ লগত কাৰো এষাৰ শুনিব লগা নহ'ল। তোৰ লগত আজি কটকীয়নীৰ কথা শুনিব লগা হ'ল।

নিশা ভাত খাবলৈ মাতি মাতি মিঠাৰামক নিব পৰা নগ'ল। তেওঁ আকৌ এবাৰ দাবী দিলেগৈ। সি উঠি আহি থাল ল'লে। পখিলীয়ে চাই আছিল। মিঠাৰামে ভাত চুলেহে। গোটেই ভাতখিনি কুকুৰক ঢালি দিলে।

সেইদিনা আলিবাটত বাঁহী নাবাজিল।

পিচদিনা মিঠাৰাম শুই উঠা দেখি। তেওঁ পখিলীক ক'লে, পখিলী ই আজি উঠিবনে নাই সোধচোন। পখিলীয়ে একো নক'লে। দুৱাৰখন খুলি মিঠাৰাম ওলাই আহিল। গোহালিৰ গৰুবোৰ বাহিৰ উলিয়াবলৈ গ'ল। মিঠাৰামৰ মুখ ওফোণ্ডা।

তুই আঠুৰ মাজত কৰিয়াটো লৈ দুহাতেৰে গাখীৰ খীৰাই খীৰাই তেওঁ ভাবিলে ইহঁতক মৰম কৰিবই নেপায়। ইমানকৈ মৰম কৰা বাবে কালি এষাৰ টান কথা কওঁতেই তাৰ ইমান বাহাদুৰী। অকাৰণত তাক টান কথা কোৱা নাই। দস্তুৰমত সি দোষী। তেওঁ নহৈ আন হোৱা হ'লে তাক ঘৰৰ পৰা উলিয়াই দিলেহেঁতেন।

তেৱোঁ এক উগ্ৰ মেজাজেৰেই বাতিপুৱাৰ কামবোৰ কৰি গ'ল। গা ধুই গোঁসাই ঘৰৰ দুৱাৰখন খুলি চাকিগছ জ্বলাই দিলেগৈ। ইতিমধ্যে সককণ আহি কুঁকিটো লৈ ফুল তুলিবলৈ গ'ল। তেওঁ সককণৰ লগতো কোনো কথা নেপাতিলে।

চাহ খাবলৈ বহিহে সককণে ক'লে, দুদিনমান আমাৰ ইহঁতৰ মাকৰ গাটো ভাল নহয়।

তেওঁৰ তেতিয়াহে মনত পৰিল।

—এৰা, কালি আৰতিয়ে কৈছিল। কি হৈছেনো? তেওঁ সুধিলে।

—এহ এইবোৰ মাইকী মানুহৰ কিবা অসুখ।

তাৰ মানে বিজয়াৰ পানী লগা অসুখ নহয়? দুই তিনিদিন হ'ল বিজয়াৰ তেনেকুৱা এটা অসুখ হৈছে অথচ তেওঁলৈ খবৰ দিয়া নাই। তেওঁ এনেকুৱা অসুখ-বিসুখৰ দুই-এটা ঔষধ দিব জানেও।

আগবেলাৰ কামখিনি কৰি তেওঁ খৰধৰ কৰি বিজয়াৰ ঘৰৰ ফালে খোজ ল'লে। তেওঁ চিধাই পাকঘৰৰ দুৱাৰমুখতে বলগৈ। আৰতিয়ে ভাত ৰান্ধি আছিল। তেওঁক দুৱাৰমুখত দেখি ক'লে, অ' ৰৰবৌ! আহক বহক।

—নাই মই নবহোঁ মাৰ ক'ত আছে?

—ভিতৰতে আছে ব'লক।

বিজয়া বিচনাতে পৰি আছে গাত এখন ফটা তুলা ওলোৱা লেপ লৈ। এই দুদিনতে মানুহজনী ইমান খীনালে! ইমান সেঁতা হ'ল! তেওঁ সোমাই যোৱাত বিজয়াই তেওঁলৈ চকুমেলি চালে। কোঠাটোলৈ সোমোৱাৰ ল'গে ল'গে তেওঁৰ নাকত এটা গোন্ধ সোমাল। দুৰ্গন্ধ অথচ নাৰীৰ বাবে বৰ পৰিচিত এই গোন্ধ।

—কি হৈছে? তেওঁ প্ৰশ্ন কৰিলে।

ওঁঠখন ল'ৰাই বিজয়াই কিবা এটা কব খুজিলে। কিবা কোৱাৰ আগতেই তেওঁ পুনৰ প্ৰশ্ন কৰিলে, কিবা খাইছিলা?

বিজয়া মনে মনে থাকিল। এই মনে মনে থকাৰ অৰ্থ তেওঁ বুজি পালে।

—নভবা নিচিন্তাকৈ যিহঁকে তিহঁকেনো কিয় খোৱা? আজিকালি ডাক্তৰি ঔষধো কিবাকিবি বহুত ওলাইছে। তেনেকুৱা এটা হৈছে বুলি গম পাওঁতেই ডাক্তৰৰ ওচৰলৈ যোৱা হ'লেই কিবা এটা উপায় দিলেহেঁতেন। কেইমাহ হৈছিল?

বিজয়াই সেঁতা পৰা জেংজেঙিয়া হাতখন উলিয়াই চাৰিটা আঙুলী দেখুৱালে।

—কিবা খোৱাবোৱা কৰিছানে নাই?

—একো খাবলৈ মন যোৱা নাই। বাতিপুৱা আৰতিয়ে চাগু সিজাই দিলে, খাবলৈ মন নগ'ল।

—একো এটা নেখালে কেনেকৈ হ'ব ? ডাক্তৰৰ ওচৰলৈ কাৰোবাক পঠাইছানেকি ?

—ডাক্তৰৰ ওচৰলৈ কোন যাব ? হাতত পয়চা এটাও নাই। ডাক্তৰক দিম ক'ৰ পৰা ? দৰৱনো আনিব কিহেৰে ?

—সেইবুলি এনেকৈ চাই থাকিব পাৰিনে ? এও সৰুকণ কেনি গ'ল ?

সৰুকণক বিচাৰি তেওঁ বাহিৰলৈ ওলাই আহিল। ওলাই আহি তেওঁ দেখিলে পদুলীমুখত পুতুৱে কোনোবা এটাৰ লগত কথা পাতি আছে।

—পুতু সেইটো কোন অ' ?

—মইহে ৰবৌ।

—অ' বিমান ! চাওঁ এইফালে আহচোন।

বিমান ওচৰলৈ আহিলত তেওঁ ক'লে, তই কি কৰিছ কেনিবা যাবনেকি ?

—নেযাওঁ। এফালৰ পৰা আহিছোহে। ঘৰলৈহে যাম।

—চৰকাৰী ডাক্তৰৰ ওচৰৰ পৰা আহিব পাৰিবিনে ?

—মই ভাত খোৱা নাই ৰবৌ। ভাত কেইটা খাই ল'ব লাগিব।

—বাৰু ভাত কেইটা খাই ল। তই ভাত খাই মোৰ ওচৰলৈ যাবি বুইছ।

—বাৰু। বিমান গ'লগৈ। বিমান তেওঁলোকৰ চুবুৰীৰে ল'ৰা। চুবুৰীৰ সকলো ল'ৰা-ছোৱালীয়ে তেওঁক ৰবৌ বুলি মাতে।

আৰতিক মাত লগাই তেৰোঁ গ'লগৈ। ঘৰ পাই বনদৰৰ এটা বতি শিলৰ সৰু বাতি এটাতে পখিলীৰ হাতত দি পঠালে বিজয়ালৈ বুলি। গিলাছ এটাত গাখীৰ এগিলাছো দিলে।

ৰ'দটো কোমল। ঘৰৰ মুখত থকা গৰুৰ দানা সিজোৱা কেৰাহীখন আছে সেইখিনিত চুপৰীয়া ৰ'দটো ভালকৈ পৰে। ভাত-পানী খাই মিঠাবামে খৰিৰ কাৰণে খোৱা কাঠ এডালত বহি উদং গাটো ৰ'দাইছে। ওচৰতে পখিলীয়ে কেঁচা নাৰিকলৰ পাতবোৰ বাক বনাবৰ বাবে চিঙিছে।

বাঢ়নিবোৰ তেনেই বুটি হ'ল। চোতাল সাৰোতে পখিলীৰ কঁকাল বিষাই যায়। মিঠাৰামক কৈ তাই নাৰিকলৰ পাতটো পাৰি লৈছে। পখিলীয়ে একো কথা কোৱা নাই। মাজে মাজে মিঠাৰামলৈ চাইছে। আজি দিনটো তাৰ মনটো মৰা। কিবা এটা হৈছে। কালি আয়েও বৰ ধমকি দিয়া শুনিছিল। কালি কটকীয়নী আয়ে নিশ্চয় আইক কিবা কৈ থৈ গ'ল। কিন্তু কি হৈছে তাই বুজিব পৰা নাই। আইকো সুধিব পৰা নাই। মিঠাৰামকো সুধিব পৰা নাই। তাই অনুমান কৰিছে মাকণৰ লগতে কিবা খেলিমেলি হৈছে নেকি! তললৈ মূৰ কৰি পখিলীয়ে নাৰিকলৰ চিৰিলি পাতবোৰ ফালি ফালি মাজৰ সিৰবোৰ উলিয়াই একাষৰীয়াকৈ থৈ গৈছে। কেঁচা পাতৰ গোন্ধ নাকত লাগিছে।

—মই ইয়াৰ পৰা যামগৈ। মিঠাৰামে ক'লে।

—কলৈ? প্ৰশ্নৰ ল'গে ল'গে পখিলীৰ হাতত্বখন বৈ গ'ল।

—যাম ক'ৰবালে। ইয়াত কাম কৰি খাইছোঁ; এনেকৈ কতো কাম কৰি খাবলৈ মোৰ বাবে জেগা নহ'বনে?

—কিন্তু যাবলৈ ওলাইছনো কিয়?

মিঠাৰামে একো নক'লে। পখিলীয়ে নিজৰ অলক্ষিতে ফালি থোৱা পাত এখন পিতিকি থাকিল। অলপ পৰৰ পিচত মিঠাৰামে সুধিলে, কালি কটকীয়নী আই আহিছিলনেকি?

—আহিছিল।

—কি কথা পাতিছিল?

—জানো, মই শুনা নাই।

—আয়ে এনেয়ে গালি পাৰিছে। মোৰ গাত একো দোষ নাই। মই একো ক'ব নোৱাৰোঁ। মই মাকণৰ লগত কেতিয়াবা মুখৰ চুপতি মাৰোঁ হয়। কিন্তু তাইক আজিলৈকে চুই পোৱা নাই।

—কি হৈছেনো?

—জানো কব নোৱাৰো। আয়েহে কৈছে বোলে মাকণৰ গাত লেঠা।

পখিলীৰ চকু দুটা বহল হৈ গ'ল।

—তই শপত খাই কব পাৰিবিনে তোৰ গাত দোষ নাই বুলি?

—শপত খাই কব পৰা কি কৈছোৱেই। আয়েহে বিশ্বাস নকৰে। সেইকাৰণেহে মনটোত বেজাৰ পাইছোঁ অ'। ঘৰখনত সকৰে পৰা ইমান দিন থাকিলো, আইৰ বিশ্বাসৰ পাত্ৰ হ'ব নোৱাৰিলোঁ। মিছাতে আপোন বুলি ভাবিলোঁ।

পখিলীয়ে একো নক'লে। তাই পিৰ্তিকি থকা নাৰিকলৰ পাতটোৰে কব নোৱাৰাকৈয়ে এটা ঘড়ী সাজি পেলালে। সৰুতে খেলোতে এনেকৈ ঘড়ী সাজি হাতত পিন্ধি ফুৰিছিল পখিলীহঁতে। কিছুসময় লিৰিকি বিদাৰি থকা পাতৰ ঘড়ীটো হাতৰ পৰা সৰি পৰিল। সৰি পৰিল যেন লৰালি কালৰ খন্তেকীয়া স্মৃতিও।

তায়ো এতিয়া গাভৰু ছোৱালী। মিঠাৰামৰ লগত তাই একেলগে ইমান দিন আছে। মিঠাৰাম তাইৰ একো নহয়। তায়ো মিঠাৰামৰ একো নহয়। কিমান দিন একেলগে খাইছে বৈছে, ধেমালী কৰিছে। কোনো দিনা মিঠাৰামৰ পৰা কোনো অসৎ ইঙ্গিত পোৱা নাই। মাকণৰ প্ৰতি তাৰ মৰম নথকা নহয়। তাৰ কথাৰ পৰা পখিলীয়ে বুজিছে, মাকণক তাৰ বিয়া কৰাৰ মন। কিন্তু সেইবুলি তাৰ মনত কোনো পাপ আশা নাই। হ'বলৈকো সি মাকণ খুব কম সময়ৰ কাৰণেহে কেতিয়াবাহে লগ পায়।

—ভগৱান আছে, ভগৱানে দেখিব। পখিলীয়ে মন্তব্য কৰিলে।

—মাত্ৰ দেখিলে কি হ'ব? ভগৱানে জানো আমাৰ বাবে মাত মাতিব পাৰে? মোৰ কি মন গৈছে ক'ব পাৰ? এবাৰ মাকণক লগ পাবৰ মন গৈছে। তাইৰ মুখৰ পৰা শুনিবৰ মন গৈছে আচল কথাটোনো কি?

—এবাৰ তেনেহলে তাইক লগ কৰি আহ।

—নাই মই তালৈ নাযাওঁ। তই তাইক লগ কৰি আহিব পাৰিবি?

—মই কেনেকৈ যাওঁ। কেতিয়াও সেই মানুহ ঘৰলৈ গৈ পোৱা নাই। আইক নোসোধাকৈ যাওঁ কেনেকৈ? সুধিলেও জানো আয়ে যাবলৈ দিব?

সেই মুহূৰ্ত্তত দুয়োটাই একেলগে অনুভৱ কৰিব পাৰিলে দুসাজ খাবলৈ পালেও, দুখন পিন্ধিবলৈ পালেও সিহঁত দুটা কিমান অসহায়।

—মই কিন্তু এটা কথা ভাবিছোঁ। পখিলীয়ে ক'লে। তাই কিজানি ছোৱালীজনী বদমাছী। নহ'লেনো তোকো ভাল পায় আৰু ইফালে আন কাৰোবাৰ লগতো তেনেকুৱা কাৰবাৰ!

—হু!

বিমানলৈ বাট চাওঁতে চাওঁতে আমনি লাগিল। আবেলি হ'লহি। ল'ৰাটো নাহিল। দেখিছানে বাৰু ভাতকেইটা খাই আহোঁ বোলা ল'ৰাটো ইমান পৰলৈকে নাহিল। এইবোৰ ল'ৰাৰ পৰা একো আশা কৰিব নোৱাৰি। তেওঁ নিজেই বিজয়াৰ ঘৰৰ ফালে পুনৰ ওলাই গ'ল। সৰুকণ চোতালতে আছিল। সৰুকণক সুধিলে, বিমান অহা নাইনে?

—নাই অহা দেখোন।

—এইবোৰ বৰ বেয়া ল'ৰা বুজিছানে। তাক মই ডাক্তৰৰ ওচৰৰ পৰা আহিবলৈ ক'লোঁ, সি নাহিলে।

—ক'ৰবাত তাচ খেলি থাকিবগৈ পায়।

—কেনেকুৱা বিজয়াৰ গা? কৈ তেওঁ সৰুকণৰ উত্তৰৰ বাবে বাট নাচাই ভিতৰলৈ সোমাই গ'ল। দুৱাৰ দলিত ভৰি দিয়েই তেওঁ বিজয়াৰ কেকনি শুনিলে। বিজয়াই বিচনাত বাগৰি আছে। ওচৰতে আৰতিয়ে কিংকৰ্তব্যবিমূঢ় হৈ থিয় দি আছে। তেৱোঁ দুৱাৰমুখত আৰতিৰ দৰে থিয় হ'ল।

—কি হ'ল?

খন্তেকলৈ কেঁকনি বন্ধ কৰি বৈ গ'ল বিজয়া তেওঁৰ ফালে অসহায়-ভাৱে চাই। তাৰ পিচত কেঁকাই কেঁকাই কবলৈ আৰম্ভ কৰিলে, পেটৰ বিষত থাকিব পৰা নাই। পায়খানা কৰাৰ নিচিনা লাগিল, গ'লো কোনোমতে। আহোঁতে আহিব নোৱাৰিলোঁ। মূৰ ঘূৰাই পৰি গলো। এই ধৰি ধৰি আনিছে। বহক বাইদেউ। আৰতি মূঢ়া এটা আনি দেচোন।

তেওঁ সৰুকণক বিচাৰি বাহিৰলৈ ওলাই আহিল—লোকলৈ আশা কৰিব নোৱাৰি। আগত ৰাতিটো লৈ বেমাৰী মানুহজনী এইদৰে চাই থাকিবও নোৱাৰি। কাবোবাৰ চাইকেল এখন লৈ তুমিয়েই ডাক্তৰক চব বুজাই কবা, কি ঔষধ দিয়ে লৈ আহিবা।

সৰুকণে তেওঁলৈ চায়েই থাকিল উজলা দাঁতকেইটা উলিয়াই।

—বৈ থাকিব নেলাগে। গধূলি হৈ আহিছে। সোনকালে যোৱাঁ।

এইবাৰ সৰুকণে গলধনটো খজুৱাই ক'লে, পয়চা এটা নহ'লে এতিয়া দৰৱ আনিম কিহেৰে ?

—অ' মই পয়চা আনিছোঁৱেই। কাক পাওঁ ডাক্তৰৰ ওচৰলৈ পঠিয়াম বুলিয়েই আহিছিলোঁ। কৈ কৈ তেওঁ চাডৰৰ আঁচলৰ গাঠিটো খুলি ছুখন দহটকীয়া নোট উলিয়াই সৰুকণৰ ফালে আগবঢ়াই দিলে।

সৰুকণ নৰলেই; গাত চোলাটো সুমুৱাই গলেই। তেওঁ কোবা-কুবিকৈ খোজ লোৱা সৰুকণলৈ চাই থাকিল। বেচেৰাই গাত গৰম কাপোৰ এটা নিপিন্ধাকৈয়ে ওলাই গ'ল। পিন্ধিবলৈকো সৰুকণৰ পুৰণা ৰং যোৱা হাফ চুৱেটাৰ এটাহে আছে। সৰুকণে প্ৰথমতে কাৰোবাৰ চাইকেল এখন বিচাৰিব লাগিব। তাৰ পিচতহে ডাক্তৰৰ ওচৰলৈ যাব। বৈ বৈ বিজয়াই কেঁকাই আছে। বিজয়াৰ কেঁকনিটোৱে তেওঁৰ বুকুত যেন আঘাত কৰিছে। তেওঁৰ মনটো বৰ বেয়া লাগিল। সকলো দুখ-যাতনা যেন ভগৱানে মাইকী মানুহৰ বাবেহে দি পঠালে। সৰুকণ ডাক্তৰৰ ওচৰৰ পৰা অহালৈ বাট চাবনে তেওঁ ঘৰলৈ যাব চিন্তা কৰিলে। বিজয়াক সৰু সৰু ল'ৰা-ছোৱালী কেইটাৰ লগত অকলে এৰি থৈ যাবলৈ তেওঁৰ মন নগ'ল। বিজয়াৰ ওচৰত অকণমান বহি যোৱাটো তেওঁ ঠিৰাং কৰিলে। পুনৰ তেওঁ বিজয়াৰ ওচৰলৈ গ'ল। বিজয়া এইবাৰ থকথককৈ কঁপিছে। ইমান কঁপিছে যে দাঁতত দাঁত লাগি শব্দ হৈছে। সেইখিনিৰ পৰা আঁতৰি যোৱা আৰতিক তেওঁ চিঞৰিলে—আৰতি মাৰৰ গাত কাপোৰ এখন আৰু দি দেহিচোন।

আৰতিয়ে বিজয়াৰ গাত কঁথা এখন জাপি দিলেহি।

—ভৰি কেইখন চেচানেকি চাচোন।

—চেচা ৰবৰৌ। আৰতিয়ে মাকৰ ভৰিত্থখন চুই চাই ক'লে।

—যা তেনেহলে। গৰম পানী এচৰিয়াই, মিঠাতেলৰ বটলটোৱে লৈ আহগৈ। গৰম পানী আছেনে নাই?

—মই জুইকুৰা জ্বলাইছিলোঁ। জ্বলিলেনে নাই জানো!

—যা পানী অলপ গৰম কৰগৈ। মই আছোঁ মাৰৰ ওচৰত।

অলপ পিচতে চৰিয়াত পানী আৰু মিঠাতেলৰ বটল লৈ আৰতি সোমাই আহিল।

—তয়েই ধুৱাই দে। বিজয়া তুমি লাহেকৈ ভৰি দুখন নমাই দিয়াচোন। কোঠাটোও আন্ধাৰ হ'ল। চাকি এটা মযে জ্বলাই আনো বাৰু। পাকঘৰত জুই আছেই নহয়?

পাকঘৰৰ চৌকাৰ ওচৰতে চাকি এটা জ্বলিয়েই আছিল। তেওঁ সেইটো লৈ আন এটা চাকি বিচাৰিলে। চুকত চাকি এটা পাই সেইটো জ্বলাই লৈ আহিল। চাকিটো লৈ তেওঁ বিজয়াৰ কোঠাত সোমাওঁতে দেখিলে, তেওঁক বহিবলৈ বুলি আনি দিয়া মূঢ়াটোৰ ওচৰৰ মাটিতে যতীনৰ মাক বহি আছে। যতীনৰ মাকে বামুন-গোঁসাই মানুহৰ ঘৰত মাটিত বহে।

—তুমি আহিলা কাহানী?

—এস মই আকৌ এখেতৰ অসুখ বুলি কবই নোৱাৰোঁ নহয়। চাইকেলখন বিচাৰি দেউ যাওঁতেহে ওলাল কথাবাৰ। মই বোলো গধূলিখননো দেউ কেনি যায় চাইকেল লৈ? তেতিয়াহে বোলে ঘৰত অসুখ। ডাক্তৰ আনিব লগা অসুখ হ'লনে বুলি মই বোলো নহয়, খবৰ এটাকে কৰি আহোঁচোন।

—চাইকেল পালেনে পিচে?

—নাই আমাৰখন চাইকেল যতীনে কেনিবা লৈ গ'ল। বাপহঁতৰ ঘৰত সোমোৱা দেখিছিলোঁ। সেইখন পাব পায়। বাপ আজি কেনিও যোৱা নাই ঘৰতে আছে।

আৰতিয়ে ইমানপৰে মাকৰ ভৰি ধুৱাই অতাইছে। মিঠাতেলৰ

বটলত তেল নায়েই বুলিব পাৰি। তলীৰ তেলকণ উবুৰিয়াই হাতৰ তলুৱাত বাকি, বিজয়াৰ ভৰিৰ তলুৱাত সানি দিছে।

পাকঘৰত বাবুৱে চিঞৰ-বাখৰ কৰিছে। আৰতিক চিঞৰিছে বাইদেউ বাইদেউ বুলি। মাকৰ ভৰিত তেল সানি থকাৰ পৰাই আৰতিয়ে চিঞৰিছে, গৈছোঁ ৰবি তোৰ উৎপাত বেচি হৈছে। আৰতিয়ে মাকক পুনৰ কানি-কাপোৰ দি ঢাকি-ঢুকি শুৱাই দিলে। বিজয়াই দুৰ্বল মাতেৰে আৰতিক ক'লে, আৰতি তামোল এটাকে কাটি দেছোন এখেত সকলক।

—বাৰু আমি তামোল খাম। তুমি শোৱাচোন।

—এৰা আপোনাৰ ঘৰত আমি সদায় তামোল খাই আহিছোঁ। আজি নেখালে একো নহয়। যতীনৰ মাকে ক'লে। তেওঁৰ ফালে মুৰ কৰি যতীনৰ মাকে সুধিলে, পিচে এখেতৰ বেমাৰটোনো কি?

—এইবোৰ মাইকী মানুহৰ বেমাৰ। তেওঁ গা এৰা দিবলৈ উত্তৰ দিলে।

ভিতৰত এইবাৰ বাবুৱে কন্দা আৰম্ভ কৰিছে। তেওঁ আৰতিক ধমকি দিয়াদি ক'লে, যাচোন ল'ৰাটোৱে কেলেই কান্দি আছে খবৰ এটা কৰ।

—মৰাবোৰৰ পৰা শান্তি নাই। দিম আজি তোক ৰ। আৰতিয়ে বকি বকি গ'ল।

—নেমাৰিবি সন্ধ্যাখন ল'ৰাটোক।

বিচনাৰ পৰাই বিজয়াই দুৰ্বল মাতেৰে ক'লে, তাৰ ভোক লাগিছে। কিবা খাবলৈ দিবলৈ চিঞৰিছে হবপায়।

ঠিক তেনেতে দুৱাৰ মুখত তৰুৰ মাক হাজিৰ হলহি।

—তৰুৰ মাক ওলালাহি ক'ৰপৰা নিশাখন? তেওঁ সুধিলে।

—মই আপোনাৰ ওচৰলৈ আহিছিলোঁ। পখিলীয়ে বোলে আই নাই আৰতিৰ মাকৰ অসুখ তালৈ গ'ল। মই বোলো অসুখ বেচি নেকি? তাই ক'লে, জানো বেচি হ'বলা। কি হ'লনো দপদপাই কাম কৰি ফুৰা মানুহজনীৰ হঠাতে? এস মানুহজনী শুকাই-খীনাই তেনেই

নাইকিয়া হ'ল একেদিনাই। মই আকৌ এনেকৈ পৰি থকা বুলি কবই নোৱাৰোঁ। কি হৈছেনো ?

—কিনো কব মাইকী মানুহৰ বেমাৰৰ কথা। যতীনৰ মাকে সংক্ষিপ্তভাৱে ক'লে।

তৰুৰ মাক উৰহী গছৰ ওৰ বিচাৰি ফুৰা মানুহ।

—কিবা গুচাইছিলা মনে ? এইবোৰ কাম চাইচিটি কৰিব লাগে। তুমি এখেতক সোধা-পোচা কৰি লব পাৰিলাহেঁতেন। এইবোৰ ভালে-ভালে হৈ গ'লে ভালেই। কেতিয়াবা বৰ বিপদ কৰে। কেলেই নিৰ্মলৰ ঘৈণীয়েকজনী এনেকুৱা কেচতহে মৰিল। কি সুন্দৰ চেহেৰাৰ মানুহজনী মৰি গ'ল। মনত পৰিলে এতিয়াও গাটো হমহমাই যায়। আকৌ সেই বংশীৰ বোৱাৰীয়েকৰ—

—এস তুমি এতিয়া সেইখন লেখ উলিয়াব নেলাগে। তেওঁৰ খং উঠিল বেমাৰী মানুহজনীৰ আগত সেইবোৰ কথা কোৱাত। এই মানুহজনীয়ে ক'ত কেনেকৈ কথা কব লাগে আজিও নাজানিলে। নহয় মানুহজনীৰ স্বভাৱেই এইটো।

আৰতিয়ে কোঠাটোত ধুনা অলপ দিলেহি।

—ধুনা আছিল হবপায় ? মই অৰ্থনিয়ে কম বুলি ভাবিছিলোঁ। ধুনা নাই বুলিহে। বাৰু দে ভাল কৰিলি। তেওঁ ক'লে।

ধুনাৰ গোন্ধে বিজয়াৰ বিচনাৰ পৰা ওলোৱা গোন্ধ তল পেলালে।

যতীনৰ মাক উঠিল—মই যাওঁ। ঘৰখনত কি হৈছে ঠিক নাই। গধূলি হ'লেই ল'ৰাই ছোৱালীয়ে কলোমলো কৰি আছে। ইহঁতে জাঁজ মাৰিবই নোৱাৰে। আপোনালোক বহক। সক আই শোৱক। আহিলোঁ অ' ছোৱালী।

তৰুৰ মাকো উঠিল—ময়ো যাওঁ।

—তুমি মোৰ ওচৰলৈ আহিছিলা কি দৰকাৰত ?

—আহিছিলোঁ বস্তু এটা বিচাৰি। এতিয়া থাকক আৰু।

তৰুৰ মাক গ'লত তেওঁ ভালেই পালে। মানুহজনীৰ লগত কথা পাতিবলৈ বৰ বেয়া পায় তেওঁ। কথাবোৰ পেঘেনীয়াই থাকে। তেৱোঁ

ষোৱাৰ কথা ভাবিছিল। পিচত ভাবিলে ইমানপৰ বহিলোঁ। যেতিয়া আৰু অলপপৰ বহি যাওঁ। সককণ অহালৈ বাট চাওঁ।

তেওঁ বহি থকাও ভালেমান পৰ হ'ল। বৰ দেৰি কৰিছে সককণে। তেওঁ ঘৰলৈ যোৱাই ভাল আছিলনেকি! পখিলীকে মিঠাৰামকে অকলে থৈ আহিছে। তাইক মিঠাৰামৰ ওচৰত থৈ অহা কথাটো ভাবি তেওঁ নিশ্চিন্ত হ'ব নোৱাৰিলে। একো বিশ্বাস নাই। কালিলৈকে বিশ্বাস কৰি অহা ল'ৰাটোৰ ওপৰত আজি তেওঁৰ বিশ্বাস হেৰাই গ'ল। বিজয়াৰ অসুখৰ কথাটোৱে ইটো চিন্তাক তল পেলাই আছিল। এইবাৰ আকৌ মনত পৰিল। সেইটো সমস্যাৰ পৰা কেনেকৈ উদ্ধাৰ পাব পাৰি উপায় চিন্তা কৰিলে তেওঁ। তেওঁ ভাবি অন্ত নেপালে। অৱশেষত ছোৱালী-জনীক মিঠাৰামে আনিব লগাই হ'ব যেন লাগিছে। তেওঁ পখিলীৰ লগত মিঠাৰাম অকলে এৰি থৈ অহাৰ কথা যিমানে ভাবিলে সিমানে ঘৰলৈ যাবলৈ উচপিচ লাগিল।

এসময়ত পতুলীয়েদি চাইকেল এখন সুমাই অনাৰ শব্দ হ'ল। বৰ ভগা চাইকেল যেন লাগিছে—ইমানকৈ বাজিছে।

—আহিলা? দেৰি কৰিলা। ডাক্তৰ পালানে নাই?

—ডাক্তৰ পালো। বহুত মানুহ ডাক্তৰৰ ওচৰত। এতিয়া আহিব নোৱাৰো বুলি ক'লে। দৰৱ লিখি দিছে। এইবোৰ খাবলৈ দিছে। ভাল নেপালে খবৰ দিবলৈ কৈছে। কালিলৈ আহিব।

দৰৱবোৰ হাতত লৈ তেওঁ সককণক সুধিলে, এইবোৰ কেনেকৈ খাব লাগে তুমি ভালকৈ সুধি আহিছানে বাৰু?

—দৰৱৰ বাকচৰ ওপৰত অসমীয়াত লিখি দিছে। এই পিলকেইটাৰ এটা এতিয়াই খাবলৈ কৈছে। আগতে কিবা এটা খাই ল'বলৈ কৈছে।

—আৰতি মাৰক কিবা এটা খাবলৈ দে অ'।

—কি দিমনো বৰবৌ? পিঠাগুৰি আছে তাৰে অকণ সিজাই দিওঁনে?

—দে অকণ।

—মোৰো ভোক লাগিছে। ভাত হ'বলৈ কিমান দেৰি আছে? সককণে সুধিলে।

—মই চাউল ধুইছোহে। আপুনি কটি এখনেৰে চাহ অকণকে খাই লওক দেউতা।

বিজয়াক সিজোৱা পিঠাগুৰিকণ খুৱাবলৈ বৰ জোৰ কৰিব লগা হ'ল। কোনোমতে দুচামুচমান খালে। দৰৱ খোৱাৰ পিচত অকণমান নিতাল মাৰি শুলে। বিজয়াৰ টোপনী আহিলত তেওঁ ঘৰলৈ আহিল। সৰু-কণে আগবঢ়াই দিলে।

ঢেঁকীশালত পখিলী আৰু মিঠাৰামে জুই ফুৱাই আছিল আগফালৰ দুৱাৰ বন্ধ কৰি। তেওঁ পিচফালেদি ভিতৰ সোমাল। তেওঁক দেখি পখিলীয়ে ক'লে, বহুত দেৰি কৰিলে, আই।

—এৰা অ' মানুহজনীক তেনেকৈ এৰি থৈ আহিবলৈ বেয়া লাগিল। পানী এবাল্টি তুলি দেগৈচোন ব'ল মই গাটো ধুই লওঁ। তেতিয়াহে মই ভাতৰ চৰুলৈ যাব পাৰিম।

বিচনাত পৰি তেওঁ মিঠাৰামৰ কথা ভাবিলে।

ধান পকিবলৈ আৰম্ভ কৰিছে। দুই-এদিনতে দাব পৰা হব। কোনোবা কোনোবাই আগতীয়া ধান কাটিছেও। পথাৰতে ধান চুৰিও হৈছে বোলে। গাওঁখনৰ বহুতো মানুহৰ বছৰটো খাবলৈ নোজোৰে। তেওঁলোকে নতুন ধানকে নি মাৰি খাইছে। লোকৰ পথাৰৰ ধানো চুৰ কৰি দাই নিছে।

তেওঁলোকৰ ধান পকিছে। খেতি কৰা আধিয়াৰে খবৰ দিছে। সোনকালে দাই পেলোৱাই ভাল। আৰু এই খেতি সামৰাৰ দিনত মিঠাৰাম নাথাকিলে তেওঁৰ বৰ মস্কিল হ'ব। গতিকে তাক তেওঁ অসন্তুষ্ট নকৰাৰ কথাই ভাবিলে। সি যদি আনো বোলে ছোৱালীজনীক আনিবলৈ দিব। তেল সেন্দুৰৰ খৰছটোও তেৱেঁই দিব।

তেওঁলোকৰ মাটিবাৰী যথেষ্টখিনি আছে যদিও আগৰ দৰে ধান নাপায়। খেতি চাবলৈ যাওঁতাও কোনো নাই। খেতি ভাল নহ'ল, ধান নোলাল বুলিলেও উভতি ধৰোঁতা কোনো নাই। খেতি কৰা মানুহে যি দিয়ে তাকেই সামৰি থয়। বছৰে বছৰে ধানৰ পৰিমাণ কমিহে আহিছে।

অথচ এসময়ত এইখন ঘৰত কি কাৰবাৰ! দুহাল মণিপুৰীয়া গৰুৱে প্ৰকাণ্ড প্ৰকাণ্ড মৰণা মাৰিছিল এইখন চোতালত। গাওঁখনৰ বেছিভাগ দুখীয়া মানুহে এইখন ঘৰতে কাম কৰি খাইছিল। এতিয়া সেইবোৰ মানুহে অকল এইখন ঘৰৰ ওপৰতে নিৰ্ভৰ নকৰিলেও চলে। নকৰে।

মেটমৰা ধানৰ বস্তাৰ ভৰত বেঁকা হৈ পাৰি লোৱা তক্তাখনেদি গাড়ীৰ ওপৰলৈ উঠি যোৱা বিহাৰী বনুৱা কেইটাৰ গাৰ ঘাম যেন এতিয়াও তিৰবিৰাই আছে তেওঁৰ চকুত। সেই ধান গৈছিল শংকৰ মিললৈ। শংকৰ মিলে লৰীয়ে লৰীয়ে চোৰাং চাউল পঠায় বিভিন্ন স্থানলৈ। অকল ধানেই নহয়, মৰাপাট আৰু সৰিয়হৰ কাৰবাৰো আছিল তেওঁলোকৰ।

মোহ—এক দুৰ্নিবাৰ মোহ হয় তেওঁৰ সেই দিনবোৰৰ প্ৰতি। আকৌ এবাৰ মোহ হয় এখন বিৰাট ঘৰৰ সম্ৰাজ্ঞী হোৱাৰ।

এতিয়া মিঠাৰামে ধান আৰু সৰিয়হ খুন্দায় আনে পদ্মেশ্বৰৰ মিলত যি পদ্মেশ্বৰে এসময়ত তেওঁলোকৰ বাৰান্দাত চাহ খাই বাতিটো ধুই উবুৰিয়াই থৈ 'আই তামোল এখন খুৱাওক' বুলি হাত পাতিছিল—সেই পদ্মেশ্বৰৰ মিলতে ধান খুন্দাবলৈ মিঠাৰামে খাপ দি থাকিব লাগে। মিঠাৰামে চাউলৰ বস্তাকেইটা নমাই কেতিয়াবা কয়হি, 'আই পঞ্চাশ পয়চা কমিলতে তাৰ যি দপদপনি! তেওঁৰ সহ্য কৰিবলৈ টান লাগে। অভাৱত নহয়, হিচাবৰ খেলিমেলিতহে পয়চা কমকৈ গৈছিল। ন ধনীৰ এই অহংকাৰ অসহ্য। তেওঁৰ কি মিল থাকিব নোৱাৰিলেহেঁতেন? গাড়ী থাকিব নোৱাৰিলেহেঁতেন? এতিয়া পদ্মেশ্বৰৰ ঘৰত কাম কৰি দিয়া বহুত মানুহ আগতে তেওঁলোকৰ ঘৰত পৰি থাকিছিলহি। সেই-বোৰ মানুহৰ মাটি এতিয়া পদ্মেশ্বৰৰ ওচৰত। তেওঁলোককে ধৰি এই বিৰাট গাওঁখনত ছয়-সাত ঘৰমান মানুহৰহে অৱস্থা স্বচ্ছল। তাৰ বাহিৰে আঠ-দহঘৰ মানুহ চাকৰিয়ে-খেতিয়ে মিলাই খাই থাকিব পৰা। বাকীবোৰ দৰিদ্ৰ।

কলগছ এজোপাত বাদুলীয়ে জপজপাই উঠিল। তেওঁ ভাবিলে, কি কথা কিছুমান পাগুলি তেওঁ পৰি আছে। কিন্তু টোপনী নধৰিলে

যে চিন্তা-ভাৱনা আছিবই। আকৌ এইবাৰ তেওঁৰ বিজয়ালৈ মনত পৰিল। পিলটো খোৱাৰ পিচত মানুহজনীয়ে ভাল পাইছে ছাগে। যাক পাবলৈ মানুহে তীৰ্থক্ষেত্ৰ পৰ্যন্ত ভ্ৰমি ফুৰে তাৰেই বাবে কিছুমানৰ জ্বালাতন হয়। পূৰ্ণিমাৰ এজনী নন্দেক—বিয়া হোৱাৰ ন বছৰ হ'ল। কোলালৈ কেঁচুৱা অহা নাই। প্ৰথমে মনে মনে ডাক্তৰক দেখুৱাইছিল। পিচলৈ দেখাদেখিকৈয়ে। অসমৰ কেয়োখন মেডিকেল কলেজৰ উপৰিও ভাৰতৰ প্ৰসিদ্ধ হস্পিতালবোৰত দেখুৱাইছে; হেকিমি, কবিৰাজী, হোমিওপাথি সকলো ঔষধ খুৱাইছে। বিভিন্ন ধৰ্মক্ষেত্ৰত পূজা-পাৰ্বণ কৰিছে, তন্ত্ৰ-মন্ত্ৰ, ডোল-তাবিজ লৈছে। যেয়ে যি কৰিবলৈ কয় কৰিছে। সন্তান নৌহওঁতেই সন্তানৰ কথা ক'বলৈ ছোৱালীবোৰে সাধাৰণতে লাজ কৰে। তাইৰ সেই লাজকণো শেষ হৈ গৈছে। তাই যেন তৃষ্ণাৰ্ত হৈ পৰিছে। তাইক যি কোনো উপায়েৰে এটা সন্তান লাগে। আৰু বিজয়াই অবাঞ্ছিত সন্তান অ াতৰাই পঠাবলৈ আসুৰিক উপায় অৱলম্বন কৰিছে। মাতৃত্বই নাৰীক মহিমামণ্ডিতো কৰে, মাতৃত্বই নাৰীক কলুষিতো কৰে। কটকীৰ ঘৰত কাম কৰা সেই ছোৱালীজনীক আসন্ন মাতৃত্বই কলুষিত কৰিছে। আৰু এই সকলো মাতৃত্বৰ আঁৰত থাকে পুৰুষৰ হিংস্ৰতা। এৰা তেওঁ হিংস্ৰতা বুলিয়েই ভাবে। দিনৰ দিনটো কাম কৰি নিশা ছুপৰত যেতিয়া তেওঁ পাটীত পৰে, তেওঁৰ শৰীৰ ইমান অৱস হৈ পৰে যে গাৰ মাংসবোৰ হাড়ৰ পৰা সুলকি পৰিব যেন লাগে। এনে সময়ত অন্ধকাৰত তেওঁৰ ওপৰত জপিয়াই পৰা মানুহজনক তেওঁৰ প্ৰায়ে হিংস্ৰ বাঘ যেন লাগিছিল।

বহুত দেৰিলৈকে তেওঁৰ টোপনী অহা নাছিল। বহুদূৰত তেতিয়াও খোল বাজি আছিল। বাহিৰত ফৰিং ফুটা জোনাক। তেওঁৰ মনত পৰিল কালিলৈ ৰাস পূৰ্ণিমা। তেওঁ বহুত দিন ৰাস চোৱা নাই। সেই তাহানী পূৰ্ণিমাক বিয়া দিয়াৰ আগতেই চাইছিল। পোনাই সেইবাৰ কিবা এটা ভাও লৈছিল। কি ভাও লৈছিল তেওঁৰ ভালকৈ মনত নাই। সৰু ভাও। পোনা ভাল ভাৱৰীয়া নহয়। কিবা জঠৰ হৈ থাকে। পূৰ্ণিমাই ভিতৰৰ পৰা গান গাইছিল। পূৰ্ণিমাৰ মাতটো

ভাল। সেই কাৰণে গোবিন্দ ওস্তাদে বৰকৈ লাগিলেহি। পূর্ণিমাৰ কাৰণেই পোনাও থাকিব লগা হ'ল। পোনা থাকিল বাবে ভাও এটা পালে। আৰু সিহঁত দুটা থকা কাৰণে তেৰোঁ চালেগৈ। স্কুল আৰু মানুহৰ ঘৰৰ পৰা গোটাই নিয়া চকীৰ প্ৰথম শাৰীতে বহি আছিল তেওঁ। পূর্ণিমাই নেপথ্যত গাইছিল—হৰি নাচে কৃষ্ণ বিমল অম্বুজ বদন......

এখন সৰু গুটিয়া নাও পানীত দুলি দুলি গৈ আছে। নাৱৰ পথালি মাৰিডালত বহি গৈছে তেওঁ। কাতি মাহৰ লুইত। বঠাৰ চটপ চটপ শব্দ। ছৈ দিয়া নাওবোৰ পানীত বান্ধি থোৱা আছে। মাঝিবোৰে পাৰৰ বালিত বন্ধা-বঢ়া কৰিছে। ৰ'দত পানী চিকমিকাইছে, বালি চিকমিকাইছে। চিকমিকাইছে তেওঁৰ চাদৰৰ গুণা। চিকমিকাইছে তেওঁৰ জেঠিপতিয়া আঙঠিৰ বাখৰ! চিকমিকাইছে তেওঁৰ মন। শাস্তি কৰাই এইখন ঘৰলৈ অনাৰ পাচত তেওঁৰ দেউতাকে প্ৰথম ঘৰলৈ নিছে বাস উপলক্ষে। তেওঁৰ মনত কি আনন্দ! কিমান দিনৰ মূৰত তেওঁ সেই মৰমৰ জুপুৰা পজাঁটোলৈ ঘূৰি গৈছে। মৰমৰ ওপজা ঠাইখন, মৰমৰ গাৱঁৰ মানুহবোৰ, লগৰীয়াবোৰৰ ওচৰলৈ গৈছে। নতুন ঘৰৰ কিমান বতৰা আছে দিবলৈ! তেওঁৰ ওপজা ঠাই নদীদ্বীপত জোনাকত তেতিয়া খোলৰ মাত উটি-ভাঁহি ফুৰিছে। কিয় তেওঁৰ জীৱনৰ ইমানবোৰ ঘটনাৰ পৰা সেই যাত্ৰাটো মনত থাকি গ'ল? সেয়া তেওঁৰ বিয়াৰ পিচত পিতৃগৃহলৈ প্ৰথম যাত্ৰা। তেওঁৰ দেউতাক আহিছিল তেওঁক নিবলৈ। তেওঁৰ মনত কিমান উখলনাখল! যাবলৈ দিয়ে বা নিদিয়ে। চাবিকাঠি আছে শাহুৰ হাতত। শাহু গহীন। তেওঁতো একো সুধিব নোৱাৰেই, তেওঁৰ দেউতাকেও আসৈ নাপায়। তাতে দৰিদ্ৰ বামুণ। এই ঘৰৰ ধনাঢ্যতাৰ ওচৰত ভীতু। অৱশেষত অসন্তুষ্ট চিত্তেৰে হ'লেও সেই বাক্যটো উচ্চাৰণ কৰিলে: যাওক পিচে চাৰিদিনতকৈ বেচি কৰিব নোৱাৰিব।

মাত্ৰ চাৰিদিন! এই চাৰিদিনত কথা পাতিবনে, ফুৰিবনে, বাস চোৱাৰ টোপনী খতি পূৰাব? হওক, তথাপিতো যে তেওঁ যাবলৈ

পাইছে। তেওঁ দেখিবলৈ পাব মাকক, ভায়েকক, ভনীয়েকক গাৱঁৰ মানুহবোৰক, জুপুৰী ঘৰটো, গাওঁখন আৰু মৰমৰ টুনী নৈখন।

গুটিয়া নাৱত পাৰ হৈছিল তেওঁ আৰু তেওঁৰ দেউতাক। ঘাটলৈকে গৈছিল হৈ দিয়া গৰুৰ গাড়ীত। নাৱৰ হেন্দোলনি যেন তেওঁ এতিয়াও অনুভৱ কৰিছে। তেওঁৰ এনে লাগিছে যেন তলেদি পানীৰ সোঁত বৈ আছে, বৈ আছে পানীৰ সোঁত—তেওঁ উটি আছে, উটি আছে, হেন্দোলনি খাইছে। তেওঁ গাৰুত খামোছ মাৰি ধৰিলে। কিছু দিনৰ পৰা তেওঁৰ মূৰটো মাজে মাজে ৰৰকৈ ঘূৰাবলৈ লৈছে।

দূৰত তেতিয়াও খোলটো বাজি আছে।

পিচদিনাৰ ৰাতিপুৱাটো সুন্দৰ। কুঁৱলি ফালি বেলিটো মথাউৰি-টোৰ সিপাৰৰ পৰা উঠি আহিছে। গাখীৰ খীৰাই থাকোতে তেওঁ লাইন পাত ছুটামান চিঙিম বুলি ভাবিছিল। মিঠাৰামে গৰু মেলিবলৈ লৈছিল। মুগী গাইজনীৰ ডিঙিৰ পৰা পঘাডাল খুলিবলৈ গৈ মিঠাৰাম বৈ গ'লে—আই শুনক!

তেওঁ যেনেকৈ আছিল তেনেকৈয়ে দৌৰ মাৰিলে।

কিন্তু এনেকুৱা এটা পৰিস্থিতিৰ বাবে তেওঁ প্ৰস্তুত নাছিল। ইমান সোনকালে, ইমান হঠাতে বিজয়াৰ এনে হ'ব বুলি তেওঁ ভবা নাছিল। আন বহুতৰ কথা বাদ দিলে তেওঁৰ নিকট আত্মীয়ৰ মৃত্যুৱেই তেওঁ বহুত পাইছে। তেওঁৰ মাক-দেউতাক, শহুৰ-শাহু, স্বামী, নিজৰ ছুটাকৈ সন্তানৰ মৃত্যু তেওঁ পাইছে। কিন্তু বিজয়াৰ মৃত্যু যেন অবিশ্বাস্য। কালিলৈকে মানুহজনীয়ে তেওঁৰ লগত কথা পাতি আছিল, আজি নাই। কেৱল আজিয়েই নহয়, আজিৰ পৰা কোনো দিনেই আৰু বিজয়া নামৰ মানুহ এজনীৰ অস্তিত্ব নাথাকিব। আকাশৰ পূৱ পিনৰ পৰা বগুৱা বাই বেলিটো ওপৰলৈ উঠি আহিছে। সেই বেলিটোৰ দৰেই উজ্জ্বল এটা সেন্দুৰৰ ফোঁট কপালত লৈ চোতালত শুই আছে বিজয়া।

চিঞৰি চিঞৰি কন্দা আৱতিৰ কান্দোনটো মাজতে উচুপনি হয়। হঠাতে আকৌ ডাঙৰকৈ চিঞৰি উঠে। সকলকণ পিৰালীত বহি আছে। সকলকণৰ চকুত এটোপা পানীও নাই। সকলকণে একো চিন্তা কৰিব

নেজানে। আনকি দুখত কান্দিবও নেজানে। মাইকী মানুহবোৰৰ মাজৰ পৰা কোনোবা এজনীয়ে কৈ উঠিল—ভাগ্যৱতী মানুহ, শিৰত সেন্দুৰ লৈ মৰিছে!

পাৰৰ বাঁহ কেইটাৰ ভিতৰত পাৰবোৰে কোৰকোৰাই আছে। ঢাকোনখন খোলা নাই। ছাগলী গড়ালৰ বন্ধ দুৱাৰতো ছাগলীয়ে খুন্দিয়াই আছে।

পঁচিশ মাইল দূৰৰ জিলাৰ সদৰত থাকে বিজয়াৰ ডাঙৰ ল'ৰা মুকুট। অফিচ এটাত চতুৰ্থ বৰ্গৰ চাকৰি এটাৰ আশাত অফিচৰ বৰমূৰীয়াৰ ঘৰত চাকৰ খাটি আছে। তালৈ খবৰ দিবলৈ কোনোবা এটা বাচত উঠিল। সি আহি পালে দুপৰীয়া। তাৰ পিচত বিজয়াক দাহ কৰি আজৰি হয় মানে চুটি দিনৰ সন্ধিয়া লাগিল।

ইমান এটা ডাঙৰ ধুমুহা আহিল ঘৰখনলৈ অথচ আজিও আনদিনাৰ দৰেই পথাৰৰ সিপাৰে বেলিটোৱে অনুপম দৃশ্য ৰচনা কৰি বুৰ গ'ল। জোনাক সিঁচৰিত হৈ পৰিল। শেৱালী আৰু চটিয়না ফুলৰ সুবাস জোনাকত বিয়পি পৰিল। পৰিষ্কাৰ আকাশত পূৰ্ণিমাৰ ফটফটিয়া জোন ওপঙি ফুৰিলে। সন্ধিয়াৰ অলপ পিচতেই জোনাকত বগা হৈ পৰা আলিবাটটো মানুহৰ কলৰৱে মুখৰ হৈ পৰিল। ল'ৰা-ছোৱালী আৰু মাইকীমানুহবোৰ আলিবাটেদি পাৰ হৈ গ'ল। ঠাণ্ডা যথেষ্ট পৰিছে। দুপাৰি দাঁতৰ মাজেদি কষ্ট কৰি সৰকি অহা সিহঁতৰ মাতবোৰ শুনিয়েই ধৰিব পাৰি সিহঁতৰ গাত ঠাণ্ডাৰ জোকাৰে গৰম কাপোৰ নাই। অথচ বৰ উৎসাহেৰে সিহঁত খোজ কাঢ়ি গৈছে। প্ৰায় প্ৰতি গাৱঁতে নহ'লেও দুখন তিনিখন গাৱঁৰ ভিতৰত একোখন ৰাসৰ থলী। প্ৰতি বছৰে চায় অথচ প্ৰতি বছৰে চোৱাটো কৰ্তব্য বুলি ধৰি লয়। আকালৰ দিনত এটা আনন্দৰ উৎসৱ।

ইয়াত, এই পঁজাঘৰটোৰ ভিতৰত এজনী সুখত হঁহা, দুখত কন্দা মানুহ আছিল—আজি নাই। এই এজনী মানুহ নোহোৱা হৈ যোৱাটো জগতখনৰ বাবে ইমান তুচ্ছ কথা! মানুহৰ জীৱনৰ এই তুচ্ছতা তেওঁৰ বাবে অতি বেদনাদায়ক যেন লাগিল।

মজিয়াৰ মাজতে এটা চাকি জ্বলি আছে। চাকিটোৰ পৰা অলপ দূৰত মজিয়াতে ঢাৰি এখন পাৰি বহি আছে আৰতি আঠুতে মূৰটো পেলাই। মেলা চুলিবোৰেৰে পিঠিখন ঢাক খাই আছে। বিজয়াৰ সম্পৰ্কীয় বায়েক এজনী কিছু দূৰত থাকে। অৱস্থা বিজয়াহঁতৰ নিচিনাই। আহ-যাহ কম এনেয়ে। আজি দুপৰতে কান্দি-কাটি তায়ো ওলালেহি। এতিয়া অন্নদা—মানে বিজয়াৰ সেই সম্পৰ্কীয়া বায়েকজনীয়েই বাহিৰ ভিতৰ কৰি ফুৰিছে। বাৰে বাৰে তেওঁ ভুল কৰিছে চাকিৰ পোহৰত অন্নদাকে বিজয়া বুলি।

চুটি চুটি দিনবোৰ বেগাই পাৰ হৈ গ'ল। বিজয়া মৰাৰ পোন্ধৰ দিনমান পিচতহে তেওঁৰ মনটো শুদা শুদা লাগিল। এতিয়াহে তেওঁ গম পালে তেওঁৰ মনৰ চুকত বিজয়াই অকণ ঠাই দখল কৰি আছিল। ওচৰ-চুবুৰীয়া নাইবা আত্মীয় বুলিবলৈ বিজয়াই আছিল তেওঁৰ লগ। এতিয়া তেওঁ আৰু নিঃসঙ্গ হ'ল। সময়বোৰ আৰু অসহনীয় হৈ পৰিল। বিজয়াৰ সকামৰ পিচৰ পৰা দিনবোৰ যেন আকৌ দীঘল হ'ল। তেওঁৰ চকু কেতিয়াবা পানীৰে সেমেকি উঠে। কেতিয়াবা পুৰণা ধৰ্মপুথি দুখনমান উলিয়াই আনে। ধৰ্ম তেওঁৰ বাবে পৰম্পৰা। সেই পৰম্পৰাৰ বিধি-নিষেধবোৰ তেওঁ মানি চলে। পুৰাতন মহাকাব্য দুখনৰ কাহিনীয়ে তেওঁক অভিভূত কৰে। সেইবোৰ কিতাপতো তেওঁৰ মন সদায় নবহে।

আলিবাটেদি দেখা গ'ল পুৰুষ-মহিলা ল'ৰা-ছোৱালীৰ দীঘল শাৰী। তেওঁ চোতাললৈ ওলাই ডিঙি মেলি মেলি চালে। পখিলীয়ে শোভা-যাত্ৰা চাবলৈ চোতাললৈ পদূলীলৈ ওলাই গ'ল। শোভাযাত্ৰাটো শেষ হোৱাৰ পাচত পখিলী ঘৰলৈ সোমাই আহিল। আহোঁতে শোভাযাত্ৰাত গোৱা শ্লোগানবোৰ দোহাৰি আহিল—মৰে অসম জীয়ে কোন? বিদেশী নাগৰিক বহিষ্কাৰ কৰক। আমাৰ দাবী মানিবই লাগিব।

—কি অ' সেইবোৰ? তেওঁ পখিলীক সুধিলে।

—আন্দোলন আই আন্দোলন কৰিছে।

আন্দোলন ? এবাৰ সেই আন্দোলন কৰিতো দেশ স্বাধীন কৰিলে। আকৌ কিহৰ আন্দোলন ?

—এই স্বাধীনতা ভূৱা স্বাধীনতা আইতা। মুষ্টিমেয় ধনী শ্ৰেণীৰ স্বাধীনতা। যেতিয়ালৈকে দেশৰ প্ৰতিজন লোকে থকা, খোৱা, পিন্ধা, শিক্ষা আৰু চিকিৎসাৰ সুবিধা নাপাব তেতিয়ালৈকে প্ৰকৃত স্বাধীনতা পাইছোঁ বুলি কব নোৱাৰি। সেয়া আছিল কৰ্মীৰ কথা।

তেনেহলে এই আন্দোলন সেই কৰ্মীয়ে কোৱা স্বাধীনতাৰ বাবেই নেকি ?

কিন্তু দেশৰ যিকোনো ৰাজনৈতিক সামাজিক পৰিস্থিতিয়েই তেওঁৰ দৈনন্দিন জীৱনত একো প্ৰভাৱ পেলাব নোৱাৰে। তেওঁ সেইবোৰ চিন্তাও কৰি নেথাকে ৰবকৈ। প্ৰকাণ্ড ঘৰখনত অকলশৰীয়াভাৱেই দিনবোৰ পাৰ কৰে।

আচম্বিতে বেলেগ এটা ঘটনাই তেওঁক চিন্তিত কৰি তুলিলে। এজনী আদবয়সতে আধাবুঢ়ী হোৱা মানুহে এদিন আহি তেওঁৰ ভৰিত পৰি ক'লেহি আপোনাৰ ল'ৰাই মোৰ ছোৱালীজনীৰ সৰ্বনাশ কৰিলে। এতিয়া আপুনি কিবা এটা কৰিব লাগে। আহ ! সেই কটকীয়নীৰ দৰে কথা !

—মোৰ ল'ৰা মানে ? মোৰ ঘৰত কাম কৰা ল'ৰা।

—এৰা আপোনাৰ ঘৰত কাম কৰা ল'ৰা।

—কিন্তু সিয়ে তেনে সৰ্বনাশ কৰিছে তাৰ প্ৰমাণ ?

—ভাই পাঁচমাহ গা-ধোৱা নাই তাতকৈ আৰু কি প্ৰমাণ লাগে ?

—মিঠাবামক যে চিধাই ধৰিলা, কটকীৰ ঘৰত তিনিটা ল'ৰা আছে নহয়।

—কটকীৰ ডাঙৰটো ল'ৰাই বিয়াবাৰু কৰালে। ল'ৰা এহালো আছে। সৰুটো এবছৰমান ঘৰলৈ অহাই নাই ; বহুত দূৰত আছেগৈ। মাজুটোৰ বিয়া ঠিক হৈ আছে। এমাহৰ আগতে আঙঠীও পিন্ধাই আহিলে।

তেওঁ কিছু সময় মনে মনে থাকিল। হুমুনিয়াহ এটা টানি মানুহ-জনীয়ে লাহে লাহে ক'লে—পাপ হ'লহেঁতেন। হলেও কিবা এটা উপায় কৰিব পৰা গলহেঁতেন হেনো। কটকীৰ বিয়া পাতিব খোজা পুতেকে কৈছে। তেওঁ উকীল কৰে নহয়। তেওঁৰ লগৰ বোলে কেইবাজনো এইবোৰত ভাল ডাক্তৰ আছে টাউনত।

—পিচে তাকেনো নকৰিলা কেলেই? তেওঁ আগ্ৰহেৰে ক'লে।

মানুহজনীয়ে চিঞৰি উঠিল—তাই জহনীযাতীয়ে নক'লেই আগতে। এতিয়া হেনো উপায় নাই।

—তাই এতিয়া তাতে আছে নেকি?

—নাই। আজি চাৰিদিন হ'ল শাহুৱেক বোৱাৰীয়েক দুইজনীয়ে মৰিয়াই কিলাই খেদি দিলে। এনে বদমাছী ছোৱালী আমাৰ ঘৰত থাকিব নোৱাৰ বুলি খুব মৰিয়ালে। মই ছোৱালীজনীকনো কেলেই পঠাই দিলে বুলি পিচদিনা খবৰ লবলৈ গৈ বিচুৰ্তি। চাহপানী দিছিলে, খাবলৈ নহ'ল। চিধাই ঘৰলৈ গৈ তাইক মোৰ পেটত তই কি জন্ম লৈছিলি বুলি উধাই-মুধাই কোৱাবলৈ ধৰিলোঁ। মই আই খঙত একো কব নোৱাৰা হলোঁ। যেতিয়া তাইক মৰিয়াই মৰিয়াই মোৰ ভাগৰ লাগিল, মই ঠাইতে বহি পৰিলোঁ। থক থককৈ মোৰ গাটো কঁপিবলৈ ধৰিলে। নিশাটো মই একো এটা মুখত নিদিলোঁ। চকুৰ টিপ এটাও নেমাৰিলোঁ। এবাৰ চাকিটো জ্বলাই শুই থকা ছোৱালীজনাৰ মুখখন মনে মনে চালোঁ। তাইৰ গাত একো কথা লগা নাই আই। তাইৰ বয়সনো কিমান হৈছে—যোৱা বছৰহে শান্তি হৈছে। কটকীৰ ঘৰত খাবলৈ ববলৈ পাইছে কাৰণে চেহেৰাটো ভাল হৈছে। নহ'লে ঘৰত থকা হ'লে তাই ইমান দিনে শান্তিয়েই নহ'লহেঁতেন। সিহঁতৰ দেউতাক মৰিবৰ দিন ধৰি কিমান কষ্টত দিন কটাইছোঁ! বুকুৰ গাখীৰ এৰুৱায়ে পাবৌতে জানো লোকৰ ঘৰত কাম কৰিবলৈ পঠাইছোঁ! লোকৰ কেটেৰা-জেঙেৰা সহি মেখেলা ধোৱে, মইনো কি সুখটো পাওঁ?

মানুহজনীৰ মাতটো খোকাখুকি হৈ আহিল। ফটা চাদৰখনৰ আগটোৰে চকু মচি কান্দিবলৈ ধৰিলে। তেওঁ মানুহজনীলৈ কেৰাহীকৈ

চাই আকৌ সন্মুখলৈ চালে। কান্দি থকা মানুহজনীলৈ চাই তেওঁৰ কিয় জানো করুণা পুতৌ একো ভাৱ নহ'ল। এইটো বৰ হাস্যকৰ দৃশ্য যেনহে লাগিল। তেওঁ যেন কঠোৰতাৰ এটা পাহাৰ আৰু মানুহজনী পাহাৰটোৰ কাষেদি বৈ যোৱা দুখৰ এটা সৰু নিজৰা।

কিন্তু কিয়? কিয় তেওঁ কঠোৰতাৰ উচ্চ পাহাৰৰ দৰে বহি আছে? তেওঁৰ বুকুখন কিয় শিল হৈ গ'ল? ভবাৰ লগে লগে তেওঁৰ বুকুৰ ভিতৰত শিল এটা থকা যেন অনুভৱ হ'ল। তেওঁ গম পালে—এইটো আন একো নহয়—বুজাব নোৱাৰা, বুজিব নোৱাৰা দুখৰ এটা শিল। অকল যে তেৱেঁই দুখী নহয় আৰু বহুত দুখী মানুহ আছে এই ভাৱটো হোৱাত তেওঁ পৈশাচিক আনন্দ পালে। চকুপানী টুকি থকা মানুহজনীৰ সন্মুখত তেওঁৰ ডাঙৰকৈ হাঁহি দিবৰ মন গ'ল। বৰ তুচ্ছ—বৰ তুচ্ছ এই হাঁহি-কান্দোন!

আচলতে তেওঁৰ হাঁহি হাঁহি কান্দি দিবৰহে মন গ'ল। তেৱোঁ আচলতে এই তুচ্ছ হাঁহি-কান্দোনৰ বোকাত লেটি লৈ থকা মানুহ। তেওঁ যেন অপাৰ দুখত মজি আছে। বিজয়াৰ মৃত্যুৱে তেওঁক কিছু উদাস কৰি তুলিলে আৰু এই উদাসীনতাৰ পৰা খন্তেক সাংসাৰিক জগতখনলৈ ঘূৰি আহিলেই তেওঁৰ অনুভৱ হয় তেওঁৰ বুকুত কিবা এটা যন্ত্ৰণা।

—পখিলী! তেওঁ মাতিলে।

পৰ্দাখনৰ আঁৰত পখিলীয়ে তেওঁলোকৰ কথাবতৰা শুনি আছিল মনে মনে। তেওঁ মাত দিয়াত তাই সেইখিনিৰ পৰা পিচুৱাই গৈ পিচ বাৰান্দাৰ পৰা মাত দিলে আই!

—মিঠাৰামক মাতি দেচোন।

অলপ পিচতেই মিঠাৰাম তেওঁলোকৰ ওচৰত ৰ'ল। তেওঁ বাৰান্দাৰ বেতৰ চকীত আৰু মানুহজনী পকা মজিয়াত বহি আছিল। মিঠাৰাম আহি তলৰ চোতালত থিয় দি ৰ'ল। মাটিত বহি থকা মানুহজনীয়ে তাৰ ফালে ঘূৰি বহিল। কিন্তু কেইমুহূৰ্তমান কাৰো মুখত কথা নাই।

ছুয়োজনী মানুহবে তীক্ষ্ণ চকু মিঠাৰামৰ ওপৰত। আৰু সেই চাৱনি সহ্য কৰিব নোৱাৰি মিঠাৰামে তলমূৰ কৰিলে।

—মিঠাৰাম!

—মিঠাৰামে মূৰ তুলি চালে।

—তই সেই ছোৱালীজনী আনিবিনেকি?

মিঠাৰামে একো উত্তৰ নিদিলে। তললৈ মূৰ কৰিলে।

—তই নেমাতিলেই হবনেকি? সেই ছোৱালীজনীৰ কি হ'ব এতিয়া?

ধমক খাই মিঠাৰামে এবাৰ তেওঁলৈ এবাৰ মানুহজনীলৈ চালে। মানুহজনীৰ মুখখন গোলকৈ, ঠগটো মাকণৰ সতে একেই। সি মানুহজনীৰ মুখলৈ চাই চাই তেওঁক উদ্দেশ্য কৰি ক'লে, মই তাইক আনিম যদি. আয়ে থাকিবলৈ দিয়ে। নহলে মই তাইক আনি ৰাখিম ক'ত?

—থাকিবি। পিচফালে বাৰীতে ঘৰ এটা সাজি লবি।

কিন্তু আই, তাইৰ সেই দশা হোৱাৰ বাবে মই দোষী নহয়। মোৰ গাত একো দোষ নাই। চিঞৰি চিঞৰি কৈ সি গপগপাই সেইখিনিৰ পৰা গুচি গ'ল।

তাৰ কথা কওঁতে ফুলি উঠা ডিঙিৰ শিৰ কেইডাল দেখি দপদপাই যোৱা খোজকেইটা চাই আৰু সি এৰি থৈ যোৱা কথা কেইষাৰ শুনি দুইজনী মানুহ থৰ লাগিল।

আজিকালি পিচফালে ওলালেই তেওঁৰ চকুত পৰে একজনী কম বয়সীয়া ছোৱালীয়ে সৰু জুপুৰা এটাৰ ভিতৰে বাহিৰে ইটো সিটো কৰি ফুৰিছে। কেতিয়াবা সৰু চোতালখন বাঢ়নি এটাৰে লৈ সাৰে; কেতিয়াবা পিৰালীটো নিকাকৈ মচে। গহৰা গজা নাজী ফুলৰ পুলি কেইটা দুৱাৰমুখত কই গোবৰ অকণ দিয়ে। কলহ এটাই বাল্টি এটাই লৈ তাই তেওঁলোকৰ কুঁৱাৰ পৰা পানী নিবলৈ আহে। তাই পানী নিবলৈ আহিলে তেওঁ তাইলৈ চাই থাকে। ছোৱালীজনীৰ মুখখনত কিবা এটা আকৰ্ষণ আছে আৰু সেই আকৰ্ষণতেই বাল্টিৰ

মাত শুনিলেই তেওঁ পিচফাল পায়হি। ছোৱালীজনী বৰ নিমাতী। আনকি তাইৰ মুখত হাঁহি এটাও দেখা নাই তেওঁ। তেওঁ চালে তাই তলমুৰ কৰে।

তেওঁৰ পৰা তাই পুৰণা টেমা, বটল আদি পেলনীয়া বস্তু খুজি নিয়ে। সিহঁতৰ টুকটাক্ সংসাৰখন চাই তেওঁৰ ভাল লাগে। তাইৰ হাতেৰে, তাইৰ মনেৰে এখন স্বৰ্গ ৰচনাৰ বাসনা।

ছোৱালীজনী ইমান সৰু যে তাইৰ এজোৰ মেখেলা-চাদৰো নাছিল। দুটা পুৰণা ফ্ৰকহে আছিল। আহোঁতে মাকে কোনোমতে এজোৰ বোৱা মেখেলা-চাদৰ পিন্ধাই পঠিয়াইছে। তেওঁ এখন চাদৰ অনাই দিছে। এজোৰ কাপোৰ মিঠাৰামে আনি দিছে। তেওঁৰ দুদিনমান পিন্ধা এখন মেখেলাও তাইক দি দিছে।

কিন্তু তাই ৰচনা কৰিব খোজা স্বৰ্গত অতি প্ৰয়োজনীয় বস্তুটোৱেই নাছিল।

মিঠাৰামে দিনটো তেওঁৰ ঘৰতেই কাম কৰি থাকে। তেওঁ মন কৰিছে—তাৰ সৰু জুপুৰীটোৰ প্ৰতি যেন তাৰ অকণো আগ্ৰহ নাই। তেওঁ ভাবিছিল সি ঘৈণায়েকক তেনেকৈ তেওঁৰ আগত মাতবোল কৰিবলৈ লাজ কৰে। নাইবা সকৰে পৰা এইখন ঘৰত খাই থাকি ইয়াৰ পৰা যাবলৈ সি বেয়া পায়।

কিন্তু এদিন তৰুৰ মাকে তামোল খাবলৈ আহি কুঁৱাৰ পানী তুলি থকা মিঠাৰামৰ ঘৈণীয়েকৰ শৰীৰটোলৈ চাই ৰহস্যময় হাঁহি এটা মাৰিলে। তৰুৰ মাকৰ কুটিল হাঁহিক তেওঁৰ স্বভাৱজাত গাম্ভীৰ্য্যৰে কোনো দিনাই প্ৰশ্ৰয় দিয়া নাই। তেওঁ যে তৰুৰ মাকক বেয়া পায় এই কথাটো বোধহয় আজিলৈকে বুবুজিলে মানুহজনীয়ে। নহ'লে তেওঁক গম্ভীৰ দেখিও মুখখন তেওঁৰ কাণৰ ফালে আগবঢ়াই ফুচফুচাই নোসোধে কেলেই আপুনি নেজানেনেকি ?

—কি ?

—ই আপুনিও ভাল মানুহ দিয়ক। গোটেই গাঁওখনে জানে, আপুনি নাজানে। জানিবনো কেনেকৈ ঘৰত সোমাই থাকিলে।

মিঠাৰামৰ ঘৈণীয়েকৰ যে কেচুৱা হ'ব, সেইটো কাৰ ফালৰ বুলি ভাবিছে ? কটকীৰ পিতেকেই চোৰ। ডাঙৰটোৱেই আকৌ! ই—বিয়া কৰালে কি হ'ল! এতিয়া নির্দোষ ল'ৰাটোক ফাগুত পেলাইছে।

নির্দোষ ল'ৰা! মিঠাৰামেও কৈছিল সি নির্দোষ বুলি। কটকীয়নী মানুহজনী ইমান চালাক! গোটেই মানুহঘৰৰ প্ৰতি তেওঁৰ ঘৃণা হ'ল। মিঠাৰামলৈ তেওঁৰ পুতৌ হ'ল। সিনো তেনেহলে লোকে চুৱা কৰা ছোৱালীজনী আনি সংসাৰ পাতিবলৈ মান্তি হ'ল কিয় ? পখিলীয়ে কৈছিল সি হেনো ছোৱালীজনীক ভাল পাইছিল। ভালপোৱা ? এইবোৰ কাহিনী তেওঁ পুৰণি আখ্যান উপাখ্যান আৰু নাটক উপাখ্যানতহে শুনিছে। তেওঁ এইবোৰৰ বাবে অৱকাশ নেপালে। তেওঁ কর্তব্যহে কৰি গৈছিল পত্নী হিচাপে স্বামীৰ ওচৰত। সি ননা হলে তাইৰ আলাই-আথানি হ'লহেঁতেন। কেৱল সেই কাৰণেই মিঠাৰামে তাইক ঘৰ সুমুৱালেহি। এতিয়া তেনেহলে সি তাইক মৰম কৰা নাই কিয় ?

অঁ, তেওঁৰতো চকুত পৰা নাই মিঠাৰামে তাইক মতা বা হাঁহি-তামাচা কৰা।

আৰু ছোৱালীজনীয়ে যেতিয়া তাইৰ সৰু সৰু কামবোৰৰ পৰা আজৰি পায়, কৰিবলৈ একো নাথাকে দুৱাৰমুখত উদাস চকুৰে চাই থাকে। তাইৰ মুখখন তেতিয়া ইমান কৰুণ যেন লাগে—যেন তাই তেনেকৈ থকাতকৈ কান্দি দিয়ক—এয়ে ভাল এনে লাগে।

মাকণৰ প্ৰতি মিঠাৰামৰ অৱহেলাৰ চূড়ান্ত প্ৰমাণ পোৱা গ'ল চাৰিমাহ পিচত। চ'তমাহ তেতিয়া। ধুমুহা বলিছিল—ধূলিৰ ধুমুহা। ধুমুহাৰ শেষত পশ্চিম আকাশত বৈ বৈ মেঘৰ গাজনি। সন্ধিয়া সময়। গৰু-গাইবোৰ বান্ধি মিঠাৰামে কুঁৱাৰ পাৰতে ভৰি-হাত ধুইছিল। তেওঁ দ্বিতীয় বাৰৰ বাবে মিঠাৰামক দাবি দিলে—তই কি মানুহ অ' মাণিকী বাইটিক লৈ নাহগৈ কেলেই ? মানুহজনীয়ে কেনেকৈ কষ্ট পাইছে তই দেখা নাই ? মাইকী মানুহৰ কাৰণে এইটো কিমান বিপদৰ কথা।

মিঠাৰামে ঠেৰো গেৰো কৰি যাবলৈ ওলাওঁতেই যেনিবা মাকণৰ মাক আৰু মাণিকী বাইটি ওলালেহি।

আৰতিৰ মেট্ৰিক পৰীক্ষাৰ সময়। তাই গোটেই দিনটো ঘৰৰ কাম কৰি পঢ়িব লাগে। পঢ়াত সিমান ভাল নহয় যদিও অলপ যত্ন লোৱা হ'লে ভালদৰেই পাচ কৰিব পাৰিলেহেঁতেন। ঘৰুৱা কামৰ উপৰি তাই দুটা টিউশ্যনো লয়। এঘৰৰ ছোৱালী এজনী। তাই পঢ়াতো ভাল স্বভাৱো ঠাণ্ডা। অভাৱচিয়াৰৰ ঘৰৰ ল'ৰা-ছোৱালীহালেহে তাইক নাকনি কাননি কৰিছে। ল'ৰা-ছোৱালী যে ইমান বদমাছ, ইমান অসহ্যকৰ হব পাৰে তাই আগতে ভাবিব পৰা নাছিল। আৰু অসহ্যকৰ সিহঁতৰ মাকজনী। আৰতি গৈ নোপোৱালৈকে সিহঁতে উৎপাত কৰি থাকে। কিতাপ নেমেলে। মাকে সিহঁতক চম্ভালিব নোৱাৰি আৰতিকে ভোৰভোৰায়—মাষ্টৰণীৰ আহিবৰ হোৱাই নাই হবলা! আহিব দেৰিকৈ যাবগৈ সোনকালে। কোনোমতে পালটো মাৰে! আৰতিয়ে বাৰান্দাত উপস্থিত হৈয়েই এনেকুৱা কথা কেইবাদিনো শুনিব লগা হৈছে। অথচ তাই সদায় নিয়মমতে যায়, নিয়মমতে আহে। আৰু গৈ পাই কিতাপ উলিয়াই লবহে, ল'ৰাহালৰ পঢ়াত এনেয়ে মন নাথাকে, মাকে আৰতিৰ ওচৰত বহি লৈ বাৰে-বিং কৰা কথা উলিয়াব। ল'ৰাহালেও কিতাপ আগত লৈ হা কৰি শুনি থাকে।

পৰীক্ষা তেনেই ওচৰ চপা কাৰণে বিশদিনমানৰ পৰা টিউশ্যনৰ পৰা চুটি লৈছে। টকা কেইটামান পাবলৈ আছিল তাকে আনিবলৈ গৈছিল। ঘূৰি আহোঁতে তেওঁৰ তাত সোমাই আহিল। কেইবাদিনো তেওঁ আৰতিক দেখাই নাই। বেচেৰী দিনটো ব্যস্ত থাকিব লাগে। আৰতিক দেখি তেওঁ ক'লে খীনাইছ দেখোন ৰাতি ৰবকৈ টোপনী খতি কৰি পঢ়নেকি?

—কষ্ট কৰিবতো লাগিবই পাচ কৰিবলৈ। বেচি ৰাতিলৈকে পঢ়া নাই। যেনে তেনে পাচ কৰিলেই হয়।

—এবা তোৰ বৰ কষ্ট হৈছে। ভগৱানে চকু মেলি চালেই হয়। পৰীক্ষালৈ কিমান দিন আছে?

নায়েই দিন। অহা সোমবাৰৰ পৰা। আপোনাক কথা এটা কবৰ কাৰণেহে সোমালোঁ।

—কি কথা ?

—আমাৰ স্কুলত মেট্রিক পৰীক্ষাৰ চেন্টাৰ নাই নহয়। পিন্ধি যাবলৈকে মোৰ চাডৰ নাই। পৰীক্ষা দিবলৈ টাউনলৈহে যাব লাগিব। ইউনিফৰ্ম চাডৰখনো তেনেই ফাটিল। আপোনাৰ চাডৰ এখন দিবচোন।

—নিবি বাৰু। মই বুঢ়া মানুহে পিন্ধা চাডৰখন পিন্ধিবিনে ? শেল নাই, ফুল জালি নাই। তাতে বৰ বহুল দীঘল। তোৰ সামৰিবলৈকে টান লাগিব।

—হব, যেনেতেনে চাডৰ হ'লেই হব। মায়ে বৈ থোৱা চাডৰ দুখন আছে। মাৰ কঢ়াই নাই। সেই দুখনত হাত দিবলৈকে বেয়া লাগে। আৰু মাৰ ফুৰিবলৈ যোৱা একমাত্র ভাল চাডৰখন ধুই মাৰ দি বাকচতে ভৰাই থোৱা আছে। মায়ে থোৱা ভাগেই আছে। সেইখন চকুত পৰিলেই বঙা পাৰিৰ চাডৰখন পিন্ধি মা ওচৰতে বোৱাৰ দৰে লাগে। সেওঁতাৰ সেন্দুৰখিনিৰ ওপৰতে ওৰনিখন পেলাই। শেষৰ কথাষাৰ আৰতিয়ে সেমেকা মাতেৰে এটা এটাকৈ ক'লে। তেওঁ বুজিলে তাইৰ মাকলৈ মনত পৰি বেজাৰ লাগিছে। তেওঁ তাইক অকণমান ৰবলৈ কৈ শুনাৰ পাৰি দিয়া ভয়লৰ চাডৰ এখন আনি দেখুৱালেহি—এইখন কেনেকুৱা লাগিছে ?

—হব দিয়ক।

—ৰবিচোন আৰু এখন চাওঁ। তেওঁ বাকচ খুলি আন এখন চাডৰ আনিলে—এইখন চাচোন।

এইখন সম্পূর্ণ বগা। লেচ পাৰি একো নাই।

বগা পোছাক পিন্ধিয়েই জীৱনটো কটাম বুলি ভাবিছোঁ—চাডৰ দুখন লৈ তাই ক'লে।

বগা পোছাক পিন্ধাৰ ব্রত ! কি সর্বনশীয়া কথা কৈছে ছোৱালীজনীয়ে ? বগা পোছাকৰ পবিত্ৰতাত কিমান কাৰুণ্য থাকে তাই ভাবি চাইছেনে ? এজনী কুমাৰী ছোৱালীৰ কিয় এনে সিদ্ধান্ত বুজি নেপালে তেওঁ। আৰতিৰ মুখৰ ফালে তেওঁ চাই থাকিল।

তেওঁৰ নিৰ্বোধ চাৱনি বুজিয়েই আবতিয়ে মিচিকিয়াই হাঁহি ক'লে, নাৰ্চৰ ট্ৰেইনিঙটো লম বুলি ভাবিছোঁ। পাচ কৰিলে। নাৰ্চ হোৱাৰ হেপাহ এটা আছে মনতে। যদিহে আপোনালোকৰ ভগৱানে কৰে মেট্ৰিকটো পাচ কৰি নাৰ্চৰ ট্ৰেইনিং লবলৈ যাম।

তেওঁ একেই চাৱনিৰে আবতিৰ মুখলৈ চাই থাকিল। কোনো বদনাম নথকা বামুনৰ ছোৱালী এজনী নাৰ্চিং পঢ়িবলৈ যোৱা বাবে তেওঁ আচৰিত হোৱা নাই। তেওঁ আচৰিত হৈছে ইমান জঞ্জালৰ মাজত থাকিও, ইমান অভাৱ অনাটনত থাকিও তাই জীৱনটোৰ বাবে স্থিৰ লক্ষ্য এটা কৰিব পাৰিছে। যিটো তেওঁলোকে কৰিব নেজানিছিল। এই বাসগুৰ বছৰীয়া মানুহজনীৰ জীৱনটো এতিয়াও অথিৰ। অৱস্থাই তেওঁক যেনেদৰে ৰাখিছে তেনেদৰেই তেওঁ আছে। তেওঁ নাজানে কালিলৈ, পৰহিলৈ অথবা এবছৰ দুবছৰৰ পিচত কি হব? অথবা তেওঁ কেনে অৱস্থাত মৰিব। কোনে জানে হয়তো তেওঁ এই ঘৰৰ মাজতে, সকলোৰে অলক্ষিতে মৰি থাকিব। তেওঁৰ পুত্ৰ-কন্যাই তেওঁক শুশ্ৰূষা কৰাটো বাদেই মৃত্যুৰ পিচতহে খবৰ পাই চাবলৈ আহিব।

সিহঁতে খবৰ পাই আহি দেখিব: খিৰীকিৰ চেপাত মৰি কংকাল হোৱা এটা জেঠীৰ দৰেই সময়ৰ দোমোজাত চেপা খাই মৰি থকা এই বৃদ্ধাক। কোনে জানে কাৰো অগোচৰত এনেকৈয়ে শেষ হব এটা যুগ।

—কি হ'ল ববৌ ৰৱকৈ চিন্তা কৰিছে দেখোন? বেয়া পাইছেনেকি মই নাৰ্চ হ'ব খোজা দেখি? আজিকালি নাৰ্চক কোনেও বেয়া চকুৰে নাচায় ববৌ।

—নহয়। মই ভাবিছোঁ তই—

—পাৰিবিনে নাই—হয়নে নহয়? সেই কাৰণেহে কৈছোঁ আপোনা-লোকৰ ভগৱানৰ কথা।

—এইজনী! ভগৱান এতিয়া আমাৰহে হ'লগৈ। সিহঁতৰ ভগৱান নায়েই।

—থকা হ'লে ভগৱানে আমাক ইমান দুখ-কষ্ট দিয়েনে? মা দেখোন পূজা-সেৱাৰ নামত পাগল আছিল—কি হ'লগৈ?

—হয় ভগৱানে তহঁতক চকু মেলি চায়।

—আমাক ভগৱানে দুখৰ বাহিৰে একো নিদিয়ে বৰবৌ। আমাক যদি কিবা দিয়ে, দিব আমাৰ প্ৰতিজ্ঞা আৰু সংকল্পই।

তেওঁ আৰতিৰ কথাষাৰ সুবুজিলে ভালকৈ। বুজিবলৈকো সময় নাপালে। আৰতিৰ কথাষাৰৰ লগে লগে মিঠাৰামৰ জুপুৰীত কেচুৱাৰ কান্দোন শুনা গ'ল। দুয়ো খন্তেক সেইফালে কান থিয় কৰি শুনিলে।

—যাওঁ বৰবৌ, আন্ধাৰেই হ'ল।

—যাবেই নেকি? গাখীৰ-চাখীৰ অকণ খাবলৈ পাইছ জানো? আমাৰো গৰু কেইজনীয়ে গাখীৰ কমকৈ দিবলৈ লৈছে। বাতিপুৱা সৰুকণৰ হাতত্তে গাখীৰ অকণ দি পঠাম বাৰু।

শাৰী শাৰী বাঁহগছৰ তলেদি আৰতিহঁতৰ ঘৰলৈ যোৱা ভিতৰুৱা বাটটো। আৰতিয়ে ভয় নকৰে। তথাপি তেওঁ বাটটোৰ মুৰত বৈ বহুত সময় চাই থাকিল। বাটটো প্ৰায়ে সৰা হয় যদিও শুকান বাঁহ-পাতেৰে বাটটো একাঠ হৈ পৰিছে। বাঁহৰ আগবোৰো বাটটোলৈ হাউলি পৰিছে। আৰু সেই বাঁহ-গছৰ মাজে মাজে সৰু সৰু বনৰীয়া কথনা ফুলৰ জোপোহাত বগা বগা ফুল ফুলিছে। কানিমুনি আন্ধাৰতো তেওঁ ফুলি থকা বগা ফুলবোৰ মনিব পাৰিলে।

তাৰ মাত ফুটা নাই। খোজ দিব পৰা হোৱা নাই। চোতালত ধূলিৰে লেটি লৈ সি খেলি থাকে। ধূলিত পৰি থকা কিবা এটা— হয়তো পোক পৰুৱাকে সি মুখলৈ লৈ যায়। চৰাই এটাই দেও দি দি এইমাত্ৰ কিবা বুটলি আছিল। ল'ৰাটোৱে হাত জোকাৰি মুখেৰে কিবা বেংবেঙাই আছিল—চৰাইটোকে উদ্দেশ্য কৰি। এবাৰ বগুৱা বাই চৰাইটো ধৰিবলৈ যাওঁতে চৰাইটো উৰি গৈ সৰু গছৰ ঠানি এটাত পৰিল। তাত খন্তেক বৈ চৰাইটো পুনৰ উৰা মাৰিলে।

নেদেখা হোৱালৈকে চৰাইটোলৈ চাই থাকি সৰু ল'ৰাটোৱে এটা হুমুনিয়াহ এৰিলে। তাৰ পিচত সি পুনৰ অকলে অকলে খেলিবলৈ ধৰিলে।

সি অকলে খেলে। তাৰ কোনো লগ নাই। জন্মৰ পৰা সি নিসঙ্গতাকে সঙ্গী কৰি আনিছে। তাৰ বাপেক গিৰিটো কামতে ব্যস্ত থাকে। ঘৰুৱা কাম, পথাৰৰ কাম। ল'ৰাটোক দেখিলেও এনে লাগে যেন সি বৰ অকলশৰীয়া। আৰু তাৰ মাকজনী যেন এখন নিৰ্বাক প্ৰতিমা। এই বয়সতে তাই ইমান গম্ভীৰ হ'ব নালাগিছিল। এই যেন চকুপানী পৰিব—এনে এজোৰ সজল চকুৰে এক করুণ অভিব্যক্তি লৈ তাই ঘৰটোৰ দুৱাৰ মুখত বৈ আছিল। মাকৰ ওপৰত চকু পৰাত ল'ৰাটো বগুৱা বাই আহি তাইৰ মেখেলাত খামুচি ধৰিলে। তাইৰ যেন তেতিয়াও খেয়াল নাই। ল'ৰাটোৱে মাকৰ নিৰ্বিকাৰ মুখলৈ চাই প্ৰথমে খুনখুনাই তাৰ পিচত ডাঙৰকৈ কান্দিবলৈ ধৰিলে। তাক অকণমান আদৰ লাগে। তাক কোলালৈ তুলি লব লাগে। পাখিলীয়ে পাচফালে ডাঁৰত মেলি থোৱা কাপোৰবোৰ সামৰিবলৈ গৈ চাই আছিল। তাই ভেকাহি মাৰি উঠিল—কি মানুহহে তুমি! ল'ৰাটোৱে ইমান কান্দিছে তুলি লোৱা নাই কিয়?

মাকনে 'এই মৰাটো!' বুলি ঢকা এটা মাৰি তাক তুলি ললে। সি মাকৰ কোলাত আৰু কিবা বিচাৰি খুন খুনাবলৈ ধৰিলে।

পখিলীয়ে হাতত কাপোৰখিনি লৈয়েই মাকণৰ কালে আগবাঢ়ি গ'ল। ল'ৰাটো চকুৱে নাকে-মুখে এনে গঢ়িত! ৰঙটোও বৰ সুন্দৰ হৈছে।

—এনেহেন ল'ৰাটোক তোমাৰ অনাদৰ কৰিবলৈ মন যায়নে? কিছুসময় ল'ৰাটোৰ মুখলৈ চাই থাকি পখিলীয়ে ক'লে।

—এইটো মৰি থকা হ'লেই মই ভাল পালোহেঁতেন!

—ইস্ তুমি কম মাক নোহোৱা! পখিলীয়ে গাটো জিকাৰি দিলে। পখিলীয়ে ইতিমধ্যে কথাবোৰ গম পাইছে। তাই কটকীয়নীৰ বৰ পুতেকৰ ল'ৰাহালো দেখিছে—বাপেকৰ মটৰ-চাইকেলত বাজিপুৰাই টাউনৰ ইংৰাজী স্কুললৈ যোৱা। সেই ল'ৰা দুটাৰ চকুমুখৰ লগত এই ল'ৰাটোৰ বহুত মিল আছে। তাইৰ মাকণলৈ বেয়া লাগে। কিন্তু মাকণৰ প্ৰতি সহানুভূতি দেখুৱাবলৈ তাইৰ ভাষা নাই।

তথাপিও তাই ল'ৰাটোৰ ভৰিৰ সৰু সৰু আঙুলীকেইটা চুই চুই ক'লে, নবৌ তাৰ বাপেক যেয়ে হওক লাগিলে তুমিতো তাৰ মাক। তুমি তাক আলাই-আথানি নকৰিবা। আগলৈ সিয়েই তোমাক খুৱাব।

কিন্তু কথাষাৰ কৈ যেন পখিলীয়ে বেয়াহে কৰিলে। মাকণে উচুপিবলৈ ধৰিলে। ভৰি নচুৱাই নচুৱাই কোলাত গাখীৰ খাই থকা কেচুৱাটোৱে গাখীৰ খাবলৈ এৰি মাকলৈ চালে।

কান্দি কান্দি মাকণে ক'লে, ডাঙৰ হৈ সি মোক খুৱাব নেলাগে। মই মাইকী হৈ জন্ম ললো, দুৰ্বল হ'লো। সি পুৰুষ হৈ জন্মিছে। আগলৈ ডাঙৰ হৈ সি বৰ মানুহ বোলাই ক্ষুবা মানুহবোৰক এশিকণি দিব পাৰিলেই মই ভাল পাম।

তেনেতে পিচফালৰ বাৰান্দাৰ পৰা আয়ে চিঞৰি উঠিল—পখিলী!

—আই! পাখিলী বেগাই গ'ল।

—কি কৰিছগৈ তাত, ইমান চিঞৰি আছোঁ। আলহী আহিছে তামোলৰ বটাটো গোটাই আনিব লাগে। চিঞৰি চিঞৰি পাবলৈ নাই।

পখিলীয়ে গৈ দেখিলে তিনি গৰাকী মানুহ বহি আছে ভিতৰত। তিনিও গৰাকীয়েই বুঢ়ী মানুহ। বৰুৱানী আই, পূজাৰীয়নী আই আৰু লবিতাহঁতৰ খুৰীমাক। এনে চিঞৰ বাখৰ কৰি কথা পাতিছে যেন সেই কেইগৰাকী যাঠি সত্তৰ বছৰীয়া বুঢ়ী নহয়, গাভৰু মানুহহে। কেউগৰাকীয়েই সুখীয়া মানুহ—একো পিনে চিন্তা কৰিব নেলাগে।

—ওলাব, ওলাব আমি আভাইবোৰ যাম।

—জানো মই ওলাব পাৰিমনে নাই! আয়ে কৈছে।

—পাৰিব পাৰিব কিয় নোৱাৰিব। কিমান আৰু সোমাই থাকে? জনমটো সোমাই থাকোঁতেই গ'ল।

—ইয়াতহে আমি সোমাই আছো। আমাৰ মাখনে কৈছে নহয়—উকীল, প্ৰফেচাৰ, ইঞ্জিনীয়াৰ, ডাক্তৰ—কাৰো স্বৈণীয়েক ঘৰত নাই। আভাইবোৰ ওলাই গৈছে। জেলতো সোমাইছে। একো নাই, দিনটো বাখি এৰি দিয়ে। বাখিবনো ক'ত? সদায় ইমানবোৰ মানুহ বাখিবলৈ জেলতো জেগা লাগিব নহয়।

পথিলায়ে বুজিলে বুঢ়ী কেইগৰাকীয়ে পিকেটিং কৰিবলৈ ওলোৱাৰ কথা কৈছে।

হয় গাৱঁৰ মানুহো চব গৈছে। পথিলীৰো মনটো আছে যাবলৈ। আইক সুধিবলৈ ভয় লাগে। মানুহ কেইগৰাকী যোৱাৰ পিচত তাই সুধিলে, আই ময়ো যামনে ?

তেওঁ একো নামাতিলে। তেওঁৰ দেখোন কথাটো কিবা উৎসৱ উৎসৱহে লাগিছে। মানুহবোৰ ইমান আনন্দেৰে আন্দোলন কৰিবলৈ গৈছে। চব গৈছে ধনীৰ পৰা দুখীয়া লৈকে। ওখখাপৰ বিষয়াৰ পৰিবাৰৰ পৰা হাজিৰা কৰি খোৱা মানুহলৈকে। তেওঁৰ বোৱাৰীয়েক তৃষ্ণাও হেনো আগৰণুৱাহৈ গৈছে। আন্দোলনটোত লাগিলে কি হব ? তেওঁ এদিন বিমানক সুধিছিল। বিমানৰো দিন-ৰাতি খাৱন-শোৱন নাই। ডাঙৰ কৰ্মী। সি ল'ৰাটো আগতে ভাল নাছিল। পঢ়া-শুনাতো কেইবাবাৰো ফেল মাৰিছে, স্বভাৱো ঠিক নহয়। কিন্তু সি এতিয়া দেশৰ বাবে আগবাঢ়ি আহিছে। তাৰ কথা সকলোৱে শুনে এতিয়া। সি ক'লে, ৰবৰো অসমখন বিদেশীৰে ভৰি পৰিছে। বিদেশী-লোকে ইয়াত বৰ সমস্যাৰ সৃষ্টি কৰিছে। এই বিদেশী সকলক বহিষ্কাৰ কৰিবলৈকে এই আন্দোলন।

কথাটো তেওঁ যাবে তাবে মুখত শুনিছে। বিদেশৰ মানুহবোৰনো আহিবলৈ পালে কেনেকৈ।

তেওঁলোকৰ ঘৰৰ অলপ আঁতৰতে থাকে ৰামসাগৰ নামৰ নাপিত এটা। সি দুমাহমানৰ আগতে ঘৰলৈ গ'ল। মিঠাৰামে কৈছে চুলি কটা পয়চা বিচাৰোতে হেনো তাক ল'ৰা ছটামানে পিটিলে—বিদেশী, অসমখন চুচি চুচি নি শেষ কৰিলি বুলি।

তেওঁৰ চকু কপালত উঠিল। ৰামসাগৰৰ ঘৰ বিহাৰত। তেনেহলে দিল্লীত থকা তেওঁৰ মাজু জীয়েক-জোঁৱায়েকৰ কি হব !

বুজিছো ৰবৰো অসমৰ সকলো উদ্যোগ ব্যৱসায় বাহিৰা মানুহৰ হাতত। অসমতে অসমীয়া মানুহৰ দুখ-কষ্টৰ সীমা নোহোৱা হৈছে।

অসমীয়া মানুহৰ অস্তিত্ব শেষ হবৰ হৈছে। অসমীয়া মানুহবোৰ দিনে দিনে দুখীয়া হৈ গৈছে।

বিমানৰ মুখতে ধৰি তেওঁ ক'লে, অঁ। কমীয়ে কৈছিল তাই কৈছিল বোলে দুখীয়া নিসম্বল মানুহবোৰে এদিন মূৰ তুলি উঠিব; সিহঁতে সিহঁতৰ অধিকাৰৰ বাবে যুঁজ দিব।

এটা দীঘলীয়া ভাষণ দিবলৈ প্ৰস্তুত হোৱা বিমানৰ মুখৰ চেহেৰা হঠাতে সলনি হৈ গ'ল।

কমী! কমীহঁত দেশৰ শত্ৰু। সিহঁত কমিউনিষ্ট। সিহঁতে বিদেশী চিন্তাবিদৰ আদৰ্শ এটা মূৰত লৈ আছে। পশ্চিমৰ এখন দেশত খাপ খোৱা দেশ শাসনৰ পদ্ধতি এটা আমাৰ দেশত খাপ নেখায়। কমীহঁতৰ দৰে মানুহবোৰ আমাৰ দেশৰ শত্ৰু। সিহঁতক অসমৰ আন্দোলনকাৰী বাইজে ক্ষমা নকৰে।

কমীৰ বিষয়ে বিমানে তেনেকৈ কোৱাত তেওঁ সহিবলৈ টান পালে। কমীক তেওঁ কেইবাবছৰো দেখা নাই। কমীৰ গিৰিয়েকে কাগজ আলোচনীত কিবা লিখে। তেওঁ কাগজ আলোচনী পঢ়িবলৈ নেপায় যদিও ৰেডিঅ'ত দিয়া গল্প নাটকবোৰ শুনে। বিমান যোৱাৰ পিচতো তেওঁ কমীহঁতৰ কথা ভাবি থাকিবলৈ ধৰিলে। সচাঁকৈ সিহঁত দেশৰ বাবে শত্ৰু নেকি? কিন্তু কমীৰ কথাবোৰ দেখোন তেওঁৰ বেয়া নালাগে। কমীৰ গিৰিয়েক প্ৰদীপ্ত আৰু বিমান। বিমান বুদ্ধিহীন, দায়িত্বহীন, অকৰ্মণ্য। বিমানতকৈ প্ৰদীপ্ত কেতিয়াও বেয়া হব নোৱাৰে।

আমাৰ দেশত ইমানবোৰ অৱতাৰী পুৰুষ জন্ম হৈ গ'ল, তেওঁলোকক বাদ দি সিহঁতে সাতসাগৰৰ সিপাৰৰ মানুহে চিন্তা কৰা কথাবোৰ আমাৰ দেশত খাপ খুৱাব কিয় খুজিছে তেওঁ সেইটো নুবুজিলে। মানুহে অসন্তোষ কৰিবতোন।

বাৰান্দাত বহি কথাবোৰ চিন্তা কৰি থাকোতেই টাউনৰ পৰা যোৱা শেষৰ বাচখন গ'লহি। আগৰ তেওঁলোক বোৱাৰী থাকোঁতে এইটো বাট্টাইদি ক'ৰবালৈ গ'লে পৰ্দা দিয়া গৰুৰ গাড়ীতহে যাব লাগিছিল। আজিকালি জিলটোত খনে খনে গাড়ী মটৰ গৈ থাকে। গাড়ীমটৰ-

বোৰ ওলালত মানুহৰ বৰ সুবিধা হ'ল নেই। গাড়ীমটৰবোৰনো কোনে উলিয়ালে? আগতে ইহঁতে স্কুলত থাকোঁতে এইবোৰ আৱিষ্কাৰৰ কাহিনী চিঞৰি চিঞৰি পঢ়িছিল তেওঁৰ মনত নাথাকিল। নামবোৰ আমাৰ ভুৱন, চন্দ্ৰ, যদু, মধুৰ নিচিনা। নহয় বৰ আচহুৱা সেই কাৰণে মনত নাথাকে। ইউৰোপ আমেৰিকা বাচিয়াৰ মানুহ। মটৰ গাড়ী, ৰেলগাড়ী, উৰাজাহাজ, ৰেডিঅ', টেলিফোন—সোপাকে দেখোন বিদেশৰ মানুহেহে আৱিষ্কাৰ কৰিছে। আমাৰ দেশত আৰু সকলোৰে দেশত উপকাৰত আহিছে। তেনেহলে বিদেশৰ মানুহে চিন্তা কৰা ধৰণে আমাৰ দেশখন চলাবনো নোৱাৰিব কে'লেই? জানো!

তেওঁৰ পিচে আন্দোলন কৰিবলৈ ওলাই যোৱা নহ'ল। এইবোৰত তেওঁ কেতিয়াও ওলাই যোৱা নাই—যাবলৈ ভাল নেলাগিল। স্বাধীনতাৰ আন্দোলনটো সৌ সিদিনাৰ যেন লাগি আছে তেওঁৰ মনত। কিমান মানুহ লাগিল সেই আন্দোলনৰ কামত। তেওঁ বা তেওঁলোকৰ ঘৰৰ কোনো নোলাল। দেশত ৰজাই থাকক বা ৰাষ্ট্ৰপতিয়েই থাকক, স্বাধীনেই হওক বা পৰাধীনেই হওক—তেওঁলোকৰ একো গাত নেলাগে। তেওঁলোকৰ ঘৰখনৰ কথা হ'ল, আধিয়াৰে ফচল ভাল দিব লাগে, সা-সম্পত্তি বঢ়াব লাগে, কাৰবাৰ ভাল চলিব লাগে।

কিন্তু তেনে এখন ঘৰৰ বোৱাৰী এইদৰে দেশৰ কামত যোৱাটো ব্যতিক্ৰম। তৃষ্ণাই হেনো এবাৰ পিকেটিং কৰিবলৈ যাওঁতে চি. আৰ. পি.-ৰ মাৰো খালে। উসৰাম! চি. আৰ. পি.-য়ে মৰিয়াই মৰা হ'লে কি কৰিলেহেঁতেন বাৰু? প্ৰথমতে উৎসৱ উৎসৱ লাগিলেও এতিয়াটো উৎসৱ হৈ থকা নাই। বৰ ভয় লগা কথা হৈ পৰিল। ৰেডিঅ' খুলিলেই যিবোৰ খবৰ আছে বুকু কঁপি যায়। মানুহৰ মুখে মুখে অহাবোৰ যে আৰু ভয়ানক। ওচৰে পাজৰেও পুলিছ চি. আৰ. পি-য়ে যিবোৰ ঘটনা কৰাৰ কথা শুনিছে, তেওঁৰ কি দেশত আছোঁ এনে লাগে।

তৃষ্ণাৰ বাৰু কি নাই? তাইক আৰু কি লাগে?

পুতু-বাৰুহঁতৰ পঢ়া-শুনা নাই এতিয়া। স্কুলবোৰো বন্ধ। পৰীক্ষাবো

কোনো লক্ষণ নাই। এনেয়ে লটং পটং কৰি ফুৰিব লগা হৈছে। পুতুৰ আমনিও লাগিছে। সি অধৈৰ্য্য হৈ পৰিছে। সি ক্লাচ টেনলৈ পাৰ লাগে। পুতুৱে আই. টি. আই. পঢ়িম বুলি ভাবি থৈছে কিন্তু শিক্ষা বছৰবোৰ বৰ দীঘল হৈ পৰিছে। সি ইংৰাজীত ভাল। সন্ধিয়া হ'লে ইংৰাজী স্কুলৰ তলশ্ৰেণীত পঢ়া দুটা ল'ৰাক টিউশ্যন কৰে। তাৰ ককায়েক মুকুটে যে অফিচ এটাত পিয়নৰ চাকৰিৰ বাবে বৰমুৰীয়াৰ ঘৰত খাটি আছিল, চাকৰিটো পালে। পালে মানে তাৰ কাম বিষয়া-জনৰ ঘৰত সেই একেই থাকিল—বন্ধা-ঢ়ৰা, কাপোৰ ধোৱা, বাচন ধোৱা, বজাৰ কৰা, বিষয়াৰ ঘৈণীয়েক আৰু ছোৱালীকেইজনীৰ গালি শুনা। দৰমহাটো খালি অফিচৰ পৰা দিয়ে। মুকুটৰ চাকৰি হোৱাৰ পৰা পুতু মাজে মাজে ককায়েকৰ ওচৰলৈ যায়। তেতিয়া ককায়েক এশ দেড়শ টকা দি পঠায় পুতুৰ হাতত।

আনহাতে ঘৰখত থাকিও ভাল নলগা হ'ল তাৰ। মাক মৰাৰ চাৰি-পাঁচ বছৰ হ'ল অথচ তাৰ এনে লাগে যেন ভমককৈ তাৰ মাক ভিতৰৰ পৰা ওলাবহি। মাকৰ ঘৰত পিন্ধা চাভৰৰ হালধী-মছলাৰ গোন্ধ তাৰ নাকতে লগাৰ দৰে লাগে। আবেলি মুৰ ফণিয়াই মুখত ঘহাঁ সন্তীয়া স্ন'ৰ গোন্ধটোও যেন তাৰ নাকত লাগেহি। শাকৰ আঞ্জা-খনেই হওক—মাকে ইমান যতন কৰি সিহঁতক খাবলৈ দিছিল। কথাটো সিহঁতে তেতিয়া ভাবিব পৰা নাছিল। কিন্তু এতিয়া, যেতিয়া দেউতাকে জধলা হাতেৰে যিহকে তিহকে এসোপা বান্ধি সিহঁতক খাবলৈ দিয়ে মাকৰ কলাসুলভ হাত দুখনৰ কথা, বুকুত সিহঁতৰ বাবে থকা মৰমৰ কথা মনত পৰে।

আৰতি বাইদেউজনীও নাই। তাই একেবছৰতে মেট্ৰিক পাচ কৰিব নোৱাৰিলে। চাপ্লিমেণ্টৰী পালে। পিচৰ বছৰত তাই চাপ্লিমেণ্টৰী পাচ কৰি নাচিং পঢ়িবলৈ গ'ল গুৱাহাটীত। আৰতি নথকাত সিহঁতৰ অলপ অসুবিধা হৈছে যদিও পুতুৱে ভালেই পাইছে, তাই কিবা এটা কৰি নিজৰ ভৰিত থিয় দিবলৈ যত্ন কৰাৰ কাৰণে। বাপেকে তাইলৈ

দৰা বিচাৰি বিয়া দিব নোৱাৰিব। দিলেও সিহঁতৰ নিচিনা অৱস্থাৰ মানুহলৈহে দিব পাৰিব। তেতিয়া জানো তাইৰ দুখ গুচিব?

আৰতিয়ে কৈছে, তাই চাকৰিত সোমালে ভায়েকহঁতক পঢ়াব পাৰিব। তাৰ বাবে হোস্টেলত বৃত্তিৰ টকা কেইটাৰে বৰ কষ্ট কৰি চলিছে।

কিছুদিন আৰতিৰ পৰাও কোনো চিঠি-পত্র পোৱা নাই। ডাকঘৰৰ লগত সিহঁতৰ সম্পৰ্ক কম। আৰতি যোৱাৰ পৰাহে চিঠি-পত্র আহিবলৈ লৈছে। পিয়নে দি যোৱা নীলা বঙৰ ইনলেণ্ড কাৰ্ড এখন বা ঈষৎ হালধীয়া বঙৰ খাম এটাৰ প্রতি কি আকৰ্ষণ এতিয়াহে অনুভৱ কৰিছে পুতু-বাবুৱে। পিয়নজনক দেখিলে বাবুৱে বৰ আশাৰে সোধে, আছেনে? পিয়নজনৰ পৰা চিঠিখন কোনে আগতে আনি পঢ়িব পাৰে সিয়ো এটা প্রতিযোগিতা সিহঁত দুটাৰ মাজত।

বাবু আগফালে নাছিল। পুতুৱে খপজপকৈ খামটো ফালি চিঠিখন উলিয়ালে। বৰ দীঘল চিঠি লিখিছে আৰতি বাইদেৱে।

মৰমৰ পুতু,

বহুত দিন তহঁতলৈ লিখিব পৰা নাই। তহঁতে চাগে বেয়াই পাই আছ! তহঁতৰ পঢ়া-শুনা হৈছে জানো? দেশখনৰ যে কি হব ভাবিকে পোৱা নাই। ইয়াত আহি দিনে দিনে মোৰ নতুন অভিজ্ঞতা হৈছে। নতুন নতুন কথা শিকিছোঁ। আমি নিজকে বৰ দুখী বুলি ভাবোঁ। কিন্তু আমাতকৈ বহুত দুখ ভোগ কৰা লোক এইখন দেশত আছে।

—কাৰ চিঠি? আৰতিয়ে দিছেনেকি?

পুতুৱে চিঠিৰ পৰা মূৰ তুলি চালে—অ' ৰবৰৌ!

—আমাৰ বগী গাইজনী জগিল নহয়, বাবুলৈ ফেহু অকণ লৈ আহিছিলোঁ। অকণমান মিঠাৰামৰ ল'ৰাটোলৈ দিলোঁ। আৰতিৰ চিঠি নহয় জানো? পাচোন ডাঙৰকৈ গা—মৰো শুনো।

পুতুৱে পুনৰ পঢ়িলে—দিনটো বৰ ব্যস্ত হৈ থাকিব লাগে। গধূলিলৈ ভাগৰ লাগে। সেইবাবে লিখিম বুলি ভাবিলেও তহঁতলৈ চিঠি লিখা নহয়গৈ। বিভিন্ন ধৰণৰ বেমাৰীৰ লগত থাকি থাকি নিজকে

কেতিয়াবা বেমাৰী যেন লাগি যায়। কিমান ধৰণৰ যে বেমাৰ আছে! ইমানবোৰ বেমাৰ আজাৰৰ মাজতো মানুহ বাচি থাকে। বেমাৰীবোৰ সুস্থ হৈ যেতিয়া যাবলৈ ওলায়, আত্মীয়-স্বজনৰ মুখত হাঁহি দেখো বৰ ভাল লাগে মনটো। বৰ দুখ লাগে বাচিবলৈ অত্যন্ত হেপাহ কৰা সত্ত্বেও, বচাবলৈ আপ্ৰাণ চেষ্টা কৰা সত্ত্বেও ৰোগীৰ মৃত্যু পৰা ভৰিলৈকে বগা কাপোৰেৰে ঢাকি দিব লগা হ'লে। মাৰৈ মনত পৰি যায়।

এইবোৰৰ উপৰিও আছে পুলিছ, চি. আৰ. পি.-ৰ অত্যাচাৰত আধামৰা হৈ অহা মানুহবোৰ। কাৰোবাৰ হাত-ভৰি ভাগে, কাৰোবাৰ মূৰ ফাটে। কোনোবা আছে মুমূৰ্ষু অৱস্থাত। চিকিৎসা দিবলৈ আৰম্ভ কৰোতেই মৃত্যু হয়। কত ডেকা ল'ৰাৰ এনেকৈ চকুৰ আগতে মৃত্যু হৈছে। মানুহে মানুহৰ শৰীৰৰ ওপৰত ইমান অত্যাচাৰ কৰিব পাৰে।

সংঘৰ্ষত কেতিয়াবা এখন দুখন গাওঁ জ্বলি শেষ হৈ যায়। আধা-পোৰা শিশু আৰু নাৰীদেহ লৈ আহে চিকিৎসাৰ বাবে। মানুহৰ এই দুৰ্দশা নীৰৱে চাই থাকি নিজৰ মনতে প্ৰশ্ন হয়—মই জানো জড়-পিণ্ড; এইবোৰ দেখিও যে নিৰ্বিবাদে সহি আছোঁ?

আজি ৰাতিপুৱা এজন ৰোগীৰ ওচৰত গৈ চিৰিঙটোত দৰৱ সুমাই লৈছোঁ। ৰোগীজন এইখন বিচনালৈ নতুনকৈ আহিছে।

—আৰতি!

চিনাকী মাত এটাত মই ঘূৰি চালোঁ। কমী। ৰোগীজনৰ কাষত বৈ থকা মানুহজনী যে কমী মই মনেই কৰা নাছিলোঁ।

—কোন এয়া? মই সুধিলোঁ।

কমীয়ে সেঁতা হাঁহি এটা মাৰিলে। বুজিলো, সেয়া কমীৰ শিৱিয়েক। কমী মোতকৈ ডাঙৰ যদিও সম্বন্ধত ভাগিন হয় বাবে দুয়ো দুয়োকে নাম কাঢ়ি মাতোঁ।

—হৈছে কি? এক্সিডেণ্ট? নে পুলিছে মৰিয়ালে?

—মাৰিছে। পুলিছে নহয়, আন্দোলনকাৰীয়ে।

—কিয়?

—সঁচা কথা কৈছিল। আন্দোলনটোৰ বেয়া দিশবোৰ আঙুলিয়াই দিছিল।

কমীৰ গিৰিয়েকৰ আঘাট ডাঙৰেই। বাস্তিপুৰাৰ পৰা আজি দিনটো মানুহজন ভাল হবৰ কাৰণে ৰব খাটিছোঁ। দায়িত্বত থকা ডাক্তৰেও ৰব চেষ্টা কৰিছে। আজি দিনটোত তেওঁলোকৰ ভালেমান শুভাকাংক্ষীও আহিছে।

ৰবৌক এনেয়ে কথাটো কবি। কিন্তু বেচিকৈ দুখ পাইছে বুলি নকবি। চিন্তা কৰি থাকিব। মোৰ মৰম লবিহঁক। ইতি।

পুতুৱে চিঠিখন পঢ়া শেষ কৰিলত তেওঁ পুতুৰ ফালে চালে। কমীৰ গিৰিয়েকক তেওঁ দেখা নাই কাহানীও। কিন্তু কমীৰ কাৰণে চিন্তিত হৈ পৰিল। তাৰ পাচত কি হ'ল প্ৰদীপ্তৰ ? ভাল হ'লনে ? যদি নহ'ল— নহ'ল যদি কি হব কমীৰ ?

বাহঁৰ খুটাটোতে ধৰি তেওঁ দুৰলৈ চাই ৰল। তেওঁৰ চকুৰ আগতে নাচিবাগি ডাঙৰ হোৱা কমীৰ যদি দুখে কুলাই পাচিয়ে নধৰা হয় ? মানুহবোৰ ইমান অসহিষ্ণু হ'ল কেলেই—অলপ কথাতে মাৰপিট কৰে!

—তাই চিঠিখন লিখা কিমান দিন হ'ল ?

—ছদিন হ'ল।

—এই ছদিনত ল'ৰাটোৰ কেনেকুৱা হ'ল এতিয়া! তই আজিয়েই চিঠি এখন লিখি সুধিবিচোন।

—লিখিম বাৰু। তেওঁক ৰবকৈ চিন্তা কৰা দেখি পুতুৱে ক'লে, ভাল হব পায় ; ইমানবোৰ ডাক্তৰ লাগি আছে।

তেওঁ আজিকালি যিকোনো কথাকে ৰবকৈ চিন্তা কৰে। অলপতে ভয় খায়। কমীৰ বাবেও চিন্তা হয়। সিহঁতৰ ইমান শত্ৰু! লোকৰ যি হয় যি নহয় সিহঁতৰ কি দৰকাৰ মাতিবৰ। সিহঁতে জানো দেখিও নেদেখা ভাও ধৰিব নোৱাৰে। চকু মুদি, মুখ জপাই, কান বন্ধ কৰি থাকিব নোৱাৰে সিহঁতে ?

তেওঁ অনুমান কৰে তেওঁৰ শৰীৰটো আজিকালি দুৰ্বল হৈ পৰিছে। আগৰ কৰা কামখিনিকে আজিকালি কৰিব নোৱাৰিব যেন দেখে। আগৰ দৰে জা-জলপান লাড়ু-পিঠা বনাবলৈ তেওঁৰ মনত বল আৰু হেপাহ নাই। টোপনা আগতকৈয়ো কমিল। টোপনী কমিল যদিও শুই উঠা আগতকৈ পলম হ'ল। জাবত বিচনাৰ পৰা উঠি আহিবৰ মন নেযায়।

তেওঁ শুই উঠালৈ মিঠাৰামে গৰু-গাইবোৰ গোহালীৰ পৰা উলিয়াই বাৰীত কাম কৰি থাকে।

সেইদিনা মিঠাৰামে ৰাস্তিপুৱা বাৰীত বিলাহী গছৰ বাবে চাং দি আছিল। পখিলীকে পোৱালী মেলিবলৈ কৈ তেওঁ কৰিয়াটো মাটিতে থৈ আগফালৰ বাৰান্দাৰ চকীখনতে বহিছিল। পখিলীয়ে আহি ক'লেহি, আই বগীজনীৰ পোৱালীটো মেলিলোঁ। তেওঁ কৰিয়াটো তুলি চকীৰ পৰা উঠিছিল। আঃ! বুলি পুনৰ বহি পৰিল চকীত। হাতৰ পৰা কৰিয়াটো সৰি পৰিল মাটিলৈ।

পখিলী আগবাঢ়ি আহিল। আই আপোনাৰ কি হৈছে? তেওঁ নিজৰ বাওঁহাতখনেৰে বুকুখন মোহাৰি থাকিল। ডিঙিয়েদি এটা অদ্ভুত গেঙনী ওলাল। পখিলী আচৰিত হ'ল। তাই ইয়াত ইমান দিন আছে আজিলৈকে আইৰ অসুখ এটা হৈছে বুলি তাই কব নোৱাৰে। এই মুহূৰ্তত তাই কি কৰিব লাগে তাকো বুজি পোৱা নাই। কেইচেকেণ্ডমান পিচত উস্ বুলি দীঘল নিশ্বাস এটা এৰি চকু মেলি তাইলৈ চোৱালৈকে পখিলীয়ে একেবাহে তেওঁলৈ চাই থাকিল।

—আই আপোনাৰ গা বেয়া কৰিছেনেকি? তেল পানী অকণকে লবনেকি?

তেওঁ তাইৰ প্ৰশ্নৰ উত্তৰ নিদি থিয় হব খুজিলে। থিয় হব খুজি তেওঁ গম পালে তেওঁৰ গাটো বৰ দুৰ্বল লাগিছে। তেওঁ আকৌ বহি পৰিল।

—আই বলক মই ধৰি ধৰি লৈ যাওঁ বিচনাতে শোৱকগৈ।

তাই তেওঁক নি বিচনাত শুৱাই দিলেগৈ। ঠাণ্ডা দিন যদিও

কপালত ঘাম দেখি বিচনী এখনেৰে বিচি দিলে। আৰে ঘটা গোৱোৱা তেল অকণো তাই মূৰত দিলে। পখিলীৰ বিজাই এইখিনিলৈকেহে ঢুকি পালে।

ফুল তুলিবলৈ কুঁকিটো নিবলৈ আহি সককণে দেখিলে গোঁসাই ঘৰৰ দুৱাৰ খোলাই নাই।

—নবৌ গা ধোৱাই নাই নেকি? সককণে চিঞৰি আহি পাচফাল পালেহি। পখিলীয়ে খবৰ দিলে, আইৰ গা ভাল নহয়।

সককণ আহি তেওঁৰ বিচনাৰ ওচৰ পালেহি, কি হ'ল নবৌ জৰ উঠিছেনেকি?

—জ্বৰ নহয় বুকুখন কিবা এটা কৰিছে বুলিছে।

পখিলীয়ে গাখীৰ খীৰাবলৈ যাওঁতে কেনেকৈ কি হ'ল ক'লে। সককণৰো বুদ্ধিবৃত্তি কম। সককণে ঠিতাতে কি কৰিব লাগে তাক কৰ নাৱাৰিলে। তেওঁৰ শ্ৰীকান্ত কবিৰাজৰ কথা মনত পৰিল। দুপালিমান দৰৱ আনি খুৱাব পৰা হ'লে। সককণৰ কঁকালত জেলজেলিয়া চুৰিয়া, কান্ধত তিতা গামোছা। গা ধুই অহা সককণ জাৰত থকথককৈ কঁপিছে।

কিছুসময় তেনেকৈ থাকি সকৰে ক'লে, বাক মই গোঁসাই জনা ধুৱাই লওঁ। হেৰি নহয় চাবিটো ক'ত আছে?

পখিলীয়ে গোঁসাই ঘৰৰ চাবিটো আনি সককণক দিলে। সককণে দুৱাৰ খুলি পিতলৰ জালিকটা ফুলৰ কুঁকিটো লৈ ফুল তুলি আনিলে।

আকৌ তেওঁৰ কোঠাৰ দুৱাৰ মুখত ৰ'লহি সককণ। হেৰি নহয়, গাখীৰ ক'ত থাকিল?

—উস কলোনো কি দেউ আয়ে গাখীৰ খীৰাবলৈকে নেপালে।

—অ' হয়নেকি? বাক হব দে। সককণ গোঁসাই ঘৰলৈ সোমাই গ'ল।

মাজতে তেওঁ এবাৰ উঠিবলৈ যত্ন কৰিছিল। নোৱাৰিলে। পখিলীক ক'লে, তহঁতে বাহিৰতে কিবা এটা সিজাই খাবি।

তেওঁৰহে একো খোৱা নহ'ল। গাধোৱাও নহ'ল। দুপৰীয়া মিঠাৰাম

নীলিৰ ঘৰলৈ খবৰ দিবলৈ গ'ল। আবেলি ডাক্তৰ এজন লৈ ডাক্তৰৰ গাড়ীতে নীলিৰ পিৰিয়েক আহিল। ডাক্তৰে চাই-চিটি ব্যৱস্থাপত্ৰ দিলে যদিও অধিক চিকিৎসাৰ বাবে কোনোবা এখন মেডিকেল কলেজলৈ নিবৰ বাবে পৰামৰ্শ দিলে।

তেওঁ পৰি থকাত অসুবিধা এটা হ'ল। নীলি দুদিন স্কুলৰ চুটি লৈ থাকিলহি। তাৰ পিচত দুদিন নীলিৰ মাজু জীয়েক বিনি থাকিলহি। তাৰ পিচত কোন থাকে? কোনে তেওঁৰ মুখত পানী এটোপা তুলি দিয়েহি? আৰতিও নাই। তাইৰ ট্ৰেইনিং শেষ হ'ল যদিও হস্পিতেলত কাম পালে। অৱশ্যে পোনা আৰু বাবুললৈ টেলিগ্ৰাম কৰা হৈছে। বিনি যোৱাৰ পিচত মনে নামানি নীলি আকৌ আহিল। অসুখৰ খবৰ পাই গাওঁৰ ইগৰাকী সিগৰাকী মানুহো আহিছে খবৰ কৰিবলৈ। তেওঁলোকে আন্তৰিকতাবিহীনভাৱে হ'লেও নীলিৰ লগতে আলোচনা কৰিছে—বুঢ়ী এনেকৈ পৰিব লগা হ'লে কি হব।

নীলিয়ে তামোল আগবঢ়াই দিয়াৰ লগতে সহজ সমাধান এটা আগবঢ়াইছে—কি হব আৰু, মাক পোনা বা বাবুল কোনোবা এটাই লৈ যাব লাগিব।

—এই ঘৰবাৰীবোৰ?

—এইবোৰত আৰু কোন থাকিবলৈ আহিব? বেচি দিবগৈ লাগিব শেষত।

দুদিন থাকি তৃতীয় দিনা নীলি যাবলৈ ওলাল। মোৰ চুটিও নাই নহয়। বিনিৰো পৰীক্ষা আছে। মই যাওঁ। পখিলীৰ হাতেৰেই খাবা মা, তাই গা পা ধুই পাকঘৰতে চাউল কেইটামান বঢ়াই দিব খাবা আৰু নিয়মবোৰ সদায় ধৰি থাকিব নোৱাৰি নহয়। তোমাক ময়ে লৈ গলোহেঁতেন। পোনা-বাবুল কোনোবা এটা আহিলে আলোচনা কৰিহে কিবা এটা কৰিব পৰা যাব। নীলিয়ে দৰব-ঔষধবোৰ কোনটো কেনেকৈ খাব লাগে বুজাই দি গ'ল। পখিলীকো দেখুৱাই দিলে মাকৰ বাবে পথ্য কেনেকৈ তৈয়াৰ কৰিব লাগিব। নিমখ নামমাত্ৰ দিবলৈ দঢ়াই দঢ়াই কৈ গ'ল নীলিয়ে।

নীলি যোৱাৰ পিচত পখিলীৰ বুকুখন যেন ধুকধুক বাজিবলৈ ধৰিলে। তাইৰ ওপৰত ডাঙৰ দায়িত্ব আহি পৰিল। আয়ে ইমান ধুনীয়াকৈ মানুহক বান্ধিবাঢ়ি খুৱায়, সেই আইক তাই ৰান্ধি খুৱাব জানিব জানো। তাতে তাই কেওঁট মানুহৰ ছোৱালী।

আয়ে ভাত ৰন্ধা চৌকাটো তাইৰ চুবলৈ সত নগ'ল। সাভত আয়ে পানী গৰম কৰি খোৱা ষ্টভ এটা আছে। এই কেইদিন নীলি বাইদেৱে হঠাতে দৰকাৰ পৰিলে ষ্টভটোও জ্বলায় মাজে মাজে। তাই গধূলি সেইটোতে লাহি চাউল কেইটামান সিজালে।

পানী এঘটি আনি তেওঁৰ ওচৰৰ সৰু টেবুলখনত থৈ পখিলীয়ে মাত দিলে, আই!

তেওঁ চকু মুদি আছিল। পখিলীয়ে টোপনী বুলি ভাবিছিল। এবাৰ মাতোতেই তেওঁ চকু মেলি চালে।

—ভাত হ'ল বাঢ়ি আনোনে?

তেওঁ একো নেমাতি বেৰৰ ফালে চালে। পখিলী কিছু সময় তেনেকৈয়ে ৰৈ থাকিল। আকৌ মাতিলে, আই

—ওঁ। লৈ আন।

পখিলী ভিতৰলৈ গ'ল। তেওঁলৈ ভাত বাঢ়ি আনি বিচনাৰ ওচৰৰ টেবুলত সজাই দিলে। পখিলীয়ে তেওঁক উঠি বহিবলৈ সহায় কৰি দিলে। ঘটিৰ পানী ঢালি চৰিয়াত হাত ধুৱাই দিলে। তেওঁ ভাতৰ থালখনৰ সন্মুখত কিছুসময় বহি থাকিল। পখিলী ভয়ে ভয়ে সেইখিনিত ৰৈ থাকিল।

তেওঁ যেতিয়া ভাত এটেপা পানি মুখলৈ গৰাহ নিলে পখিলী আৰু সেইখিনিত ৰৈ থাকিব নোৱাৰিলে। কোঠাটোৰ পৰা ওলাই আহি বেৰখনতে আওজি উচুপি উচুপি কান্দিবলৈ ধৰিলে। যি অন্নপূৰ্ণা হাতেৰে তৃপ্তিকৰ খাদ্য আয়ে বিধে বিধে সিহঁতক খুৱাই আহিছে—সেই অন্নপূৰ্ণা আইক আজি পখিলীয়ে দিব লগা হৈছে অৰুচিকৰ খাদ্য।

লেম্প এটা লৈ পুতু সোমাই অহাতহে তাই থপজপকৈ সেইখিনিৰ

পৰা চকুপানী মোহাৰি ওঁতৰি গ'ল। আজি নীলিবাইদেৱে পুতুক ইয়াতে শুৱলৈ কৈ গৈছে।

পিচদিনা আবেলি পোনা আহি পালে। পোনা আহিয়েই মাকৰ কোঠাত সোমাল। মাকৰ বিচনাৰ ওচৰৰ সৰু টেবুলখনত পখিলীয়ে তেওঁক এগিলাচ গাখীৰ নে পানী আৰু সৰু বাতি এটাত অকণমান সিজোৱা পিঠাগুৰি দিছে। তেওঁ পোনাক দেখি বিচনাৰ পৰা উঠিব খুজিছিল। পোনা গৈ তেওঁৰ বিচনাত বহি মাকৰ হাত এখনত ধৰিলে। সি আচৰিত হ'ল—মাথোন এসপ্তাহ বিচনাত পৰোঁতেই মানুহ এনেদৰে শুকাব লাগেনে! তাৰ মনত দুখ লাগিল। সিহঁতে গম নাপায়; মাক বোধয় ভালেমান দিন ধৰি ভিতৰি ভিতৰি অসুস্থ হৈ আছিল। মাথোন পৰি যোৱা নাছিল। সৰুতে সিহঁতৰ অকণমান পানী লগা অসুখ হওঁতে মাকৰ কি আদৰ-যত্ন! আজি মাকৰ অসুখত খবৰ লওঁতা কোনো আত্মীয় নাই।

—টেবুলখনৰ খোৱাবস্তুলৈ দেখুৱাই মাকে ক'লে, খাইছোঁ আৰু পখিলীৰ হাতেৰে।

—ভাল হৈছে। এইবোৰ নীতি-নিয়ম সকলো সময়তে ধৰি ৰাখিব নোৱাৰি। চাওঁ পখিলী মোকো চাহ একাপ দেচোন।

—দিছো দাদা। পাকঘৰৰ পৰা পখিলীয়ে ক'লে।

পখিলীৰ মাতটো বহুতদিনৰ আগৰ পূৰ্ণিমাৰ মাত যেন লাগিল পোনাৰ।

চাহ খাই পোনাই ডাক্তৰৰ কাগজ পত্ৰবোৰ চালে। ঔষধবোৰ চালে। ঠিক মতে ঔষধ খাইছেনে সুধিলে। খোৱা-বোৱাত ডাক্তৰে দিয়া নিৰ্দেশ মানি চলিছেনে সুধিলে। পখিলীয়ে ক'লে, নীলি বাইদেৱে যিটো সময়ত যেনেকৈ খুৱাবলৈ কৈছে তেনেকৈ খুৱাইছে।

পোনাই কাগজ-পত্ৰবোৰ থৈ দিলে। মাকৰ হাৰ্টৰ অসুখ হৈছে। তেজতো চেনিৰ পৰিমাণ বেচি আছে। ইয়াত থাকিলে মাকৰ চিকিৎসা কৰাত অসুবিধা হব। পোনাই মাকক লৈ যোৱা কথাটোকে ঠিক

কৰিলে। কালিলৈ নীলি বাইদেউৰ তালৈ গৈ বাইদেউ ভিনদেউৰ লগত কথাটো আলোচনা কৰিব লাগিব।

পিচদিনা ৰাতিপুৱা পোনাই চাহকাপ খাই উঠিছেহে, পখিলীয়ে ক'লেহি, দাদা বাহিৰত মানুহ আহিছে, আপোনাক মাতিছে।

পোনা ওলাই গ'ল। মানুহজন চিনি পাওঁ পাওঁ লাগিল। কিন্তু ঠিক ধৰিব নোৱাৰিলে।

—এ ববোপা বৰ এটা হ'লা। তাহানী ইমানটিতে দেখা। কালি পালাহি? ভালনে বাৰু? হওক হওক। এবা আইৰ কথাটো শুনিহে দুখ পাইছোঁ।

পোনাৰ মনত পৰিল; পদ্মেশ্বৰ ককাইটি। কিন্তু এয়া আগৰ পদ্মেশ্বৰ ককাইটি নহয়। এতিয়াৰ পদ্মেশ্বৰ ককাইটি গাওঁখনৰ পুঁজিপতিৰ দৰে। বহুত মাটি বাৰী সম্পত্তি কৰিলে। হুলাৰ মিল ললে। বাচ এখনো ল'লে।

পদ্মেশ্বৰ ককাইটি পোনা বা আইৰ দুখত অহা নাছিল। আহিছিল এটা ধান্দাত। কোনোবাই হেনো কোৱা শুনিলে তেওঁলোকৰ ইয়াৰ মাটি-বাৰী ঘৰ-দুৱাৰবোৰ বেচিব। আইক পুতেকে লৈ যাব।

পোনা আচৰিত হ'ল। সিতো মাটি-বাৰী বেচাৰ কথা কাকো কোৱা নাছিল। আনকি সেই বিষয়ে একো ভবাও নাই।

—নেবেচিলেনো কি কৰিম বুলি ভাবিছা? এইবোৰ ৰাখিবলৈ কোনোবা আহিবাহঁক জানো? কোনোবা আহি থাকি নললে আজিৰ দিনত এইবোৰ সম্পত্তি ৰাখিব পাৰিবানে?

পোনাই চিন্তা কৰিলে। ক'লে, সময়ত হয়তো বিক্ৰি কৰিবলৈয়ে লাগিব। চাওঁচোন বাৰু। বাবুলৰ লগতে কথা পাতো। এই ঘৰ-দুৱাৰ আৰু মাটি বাৰীৰ গৰাকীতো মই অকলে নহয়।

—বাৰু ববোপা, বিক্ৰি কৰিব লগা হ'লে মোক খবৰটো দিবা। দিবা মানে আনক খবৰ নিদিলেও হব। দৰদামটো জনাবা।

তেওঁলোকৰ যা-যোগাৰ প্ৰায় শেষ। তালৈখিনি বস্তু-বাহানী নিব লাগিব। কাঠৰ বস্তুবোৰ বাৰু সস্তহতে ঘৰৰ ভিতৰত থৈ যাব। কালি-

কাপোৰ আৰু বাচন-বৰ্তনবোৰ ? লেপ-তুলিকে আদি কৰি কিমানবোৰ কাপোৰ! কঁাহ-পিতলৰ পুৰণি লোটা-কলহ-শৰাই বটাৰ পৰা আৰম্ভ কৰি ষ্টীলৰ থাল-বাচনলৈকে। কিমানবোৰ বস্তু ওপৰত তুলি থোৱা আছে।

কিছুমান কাপোৰ-কানি ওচৰ চুবুৰীয়াক বিলাই দিয়া হ'ল। কাঠৰ আচবাব অলপ কম দামত বিক্ৰি কৰিছে। আই ইয়াৰ পৰা একেবাৰে যাবগৈ বুলি শুনি গাৱঁৰ মাইকী মানুহবোৰ এই কেইদিন বৰকৈ আহিছে মাত লগাবলৈ। এনেকৈ অহা দুখীয়া মাইকী মানুহবিলাকক তেওঁ অলাগতীয়াল বুলি ভবা বস্তু দুই-এপদ দি দিছে। পাকঘৰৰ বিভিন্ন বস্তু থোৱা টেমা-বৈয়ামৰ পৰা গাত লোৱা পুৰণা স্কাৰ্ফলৈকে। সেই বস্তু-বোৰকে বৰ আথেবেথে সামৰি লৈ গৈছে মানুহবোৰে। খবৰ পাই আন কিছুমান মানুহ কেৱল কিবা পোৱাৰ আশাতে আহিছে।

ইতিমধ্যে বাবুলো আহি পাইছে। বাবুল, পোনা, মিঠাৰাম, পখিলী, পুতু বিমান সকলো লাগি বস্তু-বাহানী সামৰিছে।

—তই গাড়ীখন লৈ অহা হ'লে ভাল আছিল। ইয়াৰ পৰা গুৱাহাটীলৈ গাড়ী এখন ভাড়া নকৰা হ'লেও হয়। পোনাই ক'লে।

—নাই গাড়ীখন এওঁ দিব নোৱাৰোঁ বুলি ক'লে। আন্দোলনৰ কামত ঘূৰিছে।

মিঠাৰামক অলপ নাৰিকলৰ বৰ্ছী কিনি আনিবলৈ পঠাইছিল। অলপ পাচতে কোনোবা এটা দৌৰি আহি কলেহি মিঠাৰামক চি. আৰ. পিয়ে মৰিয়াই মৰিয়াই গাড়ীত তুলি লৈ গ'ল। বাবুল-পোনা আচৰিত হ'ল। মিঠাৰামে কৰিছিলে কি ?

তিনি আলিটোতে এজাক ল'ৰাই আড্ডা মাৰি আছিল। চি. আৰ. পি.-ৰ গাড়ী এখন আহিল সেইফালেদি। কোনোবাই ক'ৰবাৰ পৰা গাড়ীলৈ শিলগুটি মাৰিলে। অলপ দূৰ গৈ গাড়ীখন ৰৈ গ'ল। আড্ডামৰা ল'ৰাকে আদি কৰি যি য'ত আছিল দৌৰি পলাল। বেচেৰা মিঠাৰামে একো নাজানে ; আহি সেইখিনি পাইছিলহি। তাকে ধৰি মৰিয়াই কিলাই লৈ গ'ল।

খবৰ পাই মাকণে কান্দিবলৈ ধৰিলে।

তেওঁলোক এইটো কথাতহে বেচি আচৰিত হ'ল। পখিলী, তেওঁ বা তৰুৰ মাক কোনেও মাকণ আৰু মিঠাৰামক হাঁহি-ধেমালি কৰা বা ইটোৱে সিটোক মাতবোল কৰা দেখা নাই আজিলৈকে। সেই মাকণে মিঠাৰামৰ বাবে কান্দে!

লৰালৰিৰ সময়ত এই এটা ঝামেলা। পোনা আৰু বিমান থানালৈ যাবলৈ ওলাইছিল। পুতুৱে ক'লে, বিমানদা নোযোৱাই ভাল হবনেকি! থানাত কিজানি তোমাৰ নাম আছে। তোমাকো ৰখাইহে থব। তাতকৈ পোনাদাদা অকলে যোৱাহে ভাল হব।

নিশা দহবজাত পোনাই মিঠাৰামক জামিনত আনিব পাৰিলে। তেতিয়ালৈ বেঁতৰ কোবত মিঠাৰামৰ পিঠি ফাটি তেজ ওলাইছে।

মাকণে মিঠাৰামৰ ঘুখ পোৱা জেগাবোৰ ধুই দি তাত পোনাই আনি দিয়া মলম লগাই দিলে। তাৰ কলাফুল, তাৰ পিঠি আৰু তাৰ বাহুত মাকণে আলফুলে মলম সানি গ'ল। মিঠাৰামে এবাৰ মাকণৰ বাওঁ-হাতখন চুলে। মিঠাৰামৰ পিঠিত বুলাই থকা মাকণৰ সোঁহাতখন বৈ গ'ল। ভয়ে ভয়ে মিঠাৰামৰ মুখলৈ চালে। মিঠাৰামৰ চকুজোৰ আমেজত জাপ খোৱা। সি তেনেকৈয়ে তাইৰ হাতখন নি তাৰ গালত লগাই দিলে।

মাকণে উচুপিবলৈ ধৰিলে।

ভাড়া কৰি অনা গাড়ীখনত নিব পৰা সকলো বস্তু ভৰোৱা হ'ল। ঘৰত দুটা প্ৰকাণ্ড তলা লগালে। ঘৰ-বাৰীবোৰৰ ৰখীয়া হিচাপে সন্তাহতে মিঠাৰাম থাকিব। তাৰ নামত একঠা মাটিও লিখাই দিব বুলি কৈছে তেওঁ। সৰুকণ আছেই। কিছুমান বস্তু সৰুকণ, মিঠাৰাম আৰু পখিলীক বিলাই দিছে। পখিলীৰ মাক আহিছে। তাই আজি বহুত দিনৰ মূৰত ঘৰলৈ যাবগৈ। তৰুৰ মাক আহিছে, যতীনৰ মাক আহিছে, বিমানৰ মাক আহিছে তেওঁক বিদায় দিবৰ বাবে। আৰু ওচৰ-চুবুৰীয়া মাইকী মানুহ আৰু ল'ৰা-ছোৱালী আহিছে। নীলিতো কালিৰ পৰা আছেহিয়েই।

তেওঁক বিদায় দিবলৈ ইমানবোৰ মানুহ আহিছে অথচ কোনো মাতবোল নাই।

সৰুকণে তেওঁৰ আগেদিয়েই তিতা গাৰে গোঁসাই ঘৰৰ শালগ্ৰাম উলিয়াই আনিলে আসনৰ কাপোৰত। তেওঁ সেয়া সৰুকণক দিছে। সৰুকণেহে বিধিমতে গোঁসাইজনা ৰাখিব পাৰিব।

তেওঁৰ নাকেদি হুমুনিয়াহ এটা ওলাই আহিল। তেওঁ যেন হিয়া ঢাকুৰি কান্দিব। একো ৰাখিব নোৱাৰিলে : বংশৰ ঐতিহ্য, মৰ্য্যাদা— একো নাথাকিল। তেওঁ যেন একো কব নোৱাৰে। তেওঁ কব নোৱাৰে তেওঁ জীয়াই আছেনে মৰিছে। এইবোৰ যে তেওঁৰ চকুৰ আগত দেখিছে তেওঁৰ জীৱনকালত ঘটিছে নে মৃত্যুৰ পাচৰ ঘটনা?

নীলি আৰু বাবুলে মাকক ধৰি ধৰি নমাই আনিলে—বাৰান্দাৰ পৰা। 'আনন্দালয়'ৰ সম্ৰাজ্ঞী, একালৰ বিৰাট শৰীৰৰ সকলোৰে আই আজি অস্থিচৰ্মসাৰ হৈ শুভ্ৰবসন পিন্ধি নামি আহিল বাবুল আৰু নীলিমাৰ কান্ধত ভেঁজা দি। গোট খোৱা সকলোৱে মৌন হৈ দৃশ্যটো চালে। পোনাই গাড়ীৰ পিচৰ আসনৰ দুৱাৰ খুলি দিলে। ল'ৰা-ছোৱালীবোৰে কৌতুহলী দৃষ্টিৰে গাড়ীৰ খিৰীকিৰ ভিতৰলৈ ডিঙি মেলি মেলি চাবলৈ ধৰিলে। তেওঁ ইঙ্গিতেৰে পোনাক ওচৰলৈ মাতিলে। পোনা গাড়ীৰ খিৰীকিৰ কাষত ৰলহি।

—তোৰ হাতত ভঙা টকা আছেনেকি? এটকীয়া দুটকীয়া?

—কেলেই?

—লাগে দেচোন।

পোনায়ে নোচোৱাকৈয়ে পকেটৰ পৰা ভঙা টকা অলপ মাকৰ হাতত দিলে।

তেওঁ চকুৰে ল'ৰা-ছোৱালীবোৰক ওচৰলৈ মাতিলে। সিহঁত প্ৰথমে অহা নাছিল। পিচত ইটোৱে সিটোলৈ চোৱা-চুই কৰি এটা-এটাকৈ ওচৰ চাপি আহিল। তেওঁ গাড়ীৰ খিৰীকিৰে সিহঁতৰ মাজত এটকীয়া দুটকীয়া বিলাই দিলে। যি কেইটা ল'ৰা-ছোৱালী অহা নাছিল, মাকৰ

চাডৰত অহা নাছিল, সিহঁতক মাকহঁতে ঠেলি ঠেলি পঠালে। নীলি, পোনা, বাবুল উঠিল। নীলি ঘৰত নামি যাব।

অদ্ভুদ নীৰৱতা। নীলিয়ে বাটত মাকক খুৱাব লগা গৰম পানী, গাখীৰ, দৰৱ-ঔষধবোৰ ভৰাই লোৱা বাস্কেটটোত সকলো আছেনে পৰীক্ষা কৰি চালে এবাৰ।

ইঞ্জিনে গৰজি উঠিল। পোনা আৰু বাবুলে মানুহবোৰলৈ চাই হাত ডাঙিলে। তেওঁ মানুহবোৰলৈ চাই বিদায় লোৱাৰ ভঙ্গীত মূৰটো ল'ৰালে। বিজয়াহঁতৰ ঘৰলৈ যোৱা বাটটোৰ ফালে হাউলি পৰা বাঁহ-গছবোৰ, তেওঁলোকৰ পদূলীমুখৰ বকুলজোপা, ডাঙৰ আমলখীজোপা, গোঁসাইঘৰটো আৰু তাৰ সম্মুখত থকা দেশী ফুলেৰে জাতিকাৰ হৈ থকা ফুলনিখন, তামোলপানৰ বাৰী, অমিতাৰ গছ, নাৰিকল গছ সকলোবোৰ তেওঁ এবাৰ চকু ফুৰাই চাই ললে। ইয়াৰ ধূলি-বালি আৰু তেওঁৰ ভৰিত নেলাগে। ইয়াৰ শইচ ফচল আৰু তেওঁ হাতেৰে চুবলৈ নেপায়। মৃত্যুৰ বাবে যেন তেওঁ এটা খোজ আগবঢ়াই দিছে। এইবোৰ এৰি যাবলৈ ওলাই তেওঁ বৰ বেদনা অনুভৱ কৰিলে। তেওঁৰ বিজয়ালৈ মনত পৰিল। গাড়ীৰ খিৰীকিৰে তেওঁ পুতু আৰু বাবুৰ মুখলৈ চালে। সিহঁতৰ মুখকেইখনৰ ক'ৰবাত ক'ৰবাত বিজয়াৰ চেহেৰা মিহলি হৈ আছে। বিজয়াই সপোন দেখিছিল। ল'ৰা-ছোৱালী কেইটাক মানুহ কৰাৰ সপোন দেখিছিল, অভাৱী সংসাৰখন স্বচ্ছল কৰাৰ সপোন দেখিছিল। সেই সপোনবোৰ সিহঁতৰ গালে-মুখে ক'ৰবাত যেন লাগি আছে। পুতুৱে এই কেইদিন তেওঁলোকৰ বস্তু-বাহানী সামৰা বন্ধাত লাগি আছে যদিও বাবুৱে সৰ্বক্ষণ তেওঁৰ ওচৰতে বৈ তেওঁৰ মুখলৈকে একেৰাহে চাই থাকে। এতিয়াও সি তেওঁৰ মুখলৈকে চাই আছে। সি তেনেকৈ চাই থাকিলে তেওঁৰ বৰ দুখ লাগে। মাক নাইকিয়া ল'ৰা, তাতে সৰু ল'ৰা। বাবুৰ চকুহুটা পানীৰে চলচলিয়া হ'ল। তেওঁ চাৱনি ঘূৰাই আনিলে।

গাড়ীয়ে গতি কৰিলে। চাই থাকোঁতে থাকোঁতেই গাড়ী-খন নেদেখা হ'লগৈ। চটিয়াই থৈ যোৱা ধূলিবোৰো মাৰ গ'ল।

মানুহবোৰৰ মুখত তেতিয়াও কথা নাছিল। পুতু আৰু বাবুৰে চকুৰ পানী মচিছিল। ল'ৰা-ছোৱালীবোৰৰ মাজত কোঢ়াল শুনা গ'ল— তোক কিমান দিলে চাওঁ? মোক দুটকা দিলে।

—মোক এটকা দিলে। চা এইটো নতুন টকা।

ল'ৰা-ছোৱালীবোৰৰ দুটামানে আগফাল, পিচফাল, জাবৰৰ দ'ম আৰু বাৰীত কিবা বিচাৰি পিতপিতাই ফুৰিলে।

ঘৰাঘৰি যাবলৈ ওলোৱা মানুহবোৰে কান্দোন শুনি ঘূৰি চালে। বাৰান্দাৰ খটখটিত বহি পখিলীয়ে হুৰাওৰাৱে কান্দিবলৈ ধৰিছে। তাই যেনেকৈ কন্দিছে যেন তাইৰ মাকৰহে মৃত্যু হ'ল।

গুৱাহাটীলৈ তেওঁ আগতেও কেবাবাৰো আহিছে। অট্টালিকাৰ আঁৰে আঁৰে দেখা পোৱা সেউজীয়া দলিছা পৰা পাহাৰবোৰৰ সৈতে গুৱাহাটীৰ সৌন্দৰ্য্য দেখি তেওঁ মুগ্ধ হৈছে। তেওঁ কামাখ্যালৈ আহিছে, বশিষ্ঠত ফুৰিছে, উমানন্দলৈ গৈছে। এবাৰ উমানন্দলৈ যাওঁতে নাও ডুবি কথমপি মৃত্যুৰ পৰা বাচিছে। শৰাইঘাট দলঙৰ পৰা তলৰ ব্ৰহ্মপুত্ৰখন বৈ যোৱা দেখিছে। মাজুলীত দেখা ব্ৰহ্মপুত্ৰ গুৱাহাটীত! আনকি তেওঁ কিশোৰী ছোৱালীৰ দৰে চিৰিয়াখানাৰ জীৱ-জন্তুবোৰ দেখিও কৌতুক অনুভৱ কৰে।

কিন্তু এই উলাহ লৈ তেওঁ এইবাৰ গুৱাহাটীলৈ অহা নাই। তেওঁ আহিছে উৰলি যোৱা দেহ-মন লৈ। উৰলি যোৱা দেহ বাতিবলৈ আহিছে। কিমান দিনলৈ? তেওঁ জানো আকৌ কৰ্মঠ হৈ উঠিব।

চেনিকুঠিত পোনাৰ ভাড়াঘৰ। দিশপুৰৰ ফালে পোনাই মাটি লৈ থৈছে। ঘৰ এটাও আৰম্ভ কৰিছে। কাম বন্ধ আছে। এই ঘৰটো সিমান আহল বহল নহয়। এটা কোঠা তেওঁক দি দিব লগা হৈছে। গুৱাহাটীলৈ অহাৰ পিচদিনাৰ পৰাই আৰম্ভ হ'ল তেওঁৰ নতুন চিকিৎসা। ডাক্তৰে আগৰ প্ৰেচক্ৰিপচনবোৰ চাই কিছুমান দৰব কাটি দিলে। কিছুমান নতুনকৈ দিলে। তেজ-শৌচ-প্ৰস্ৰাৱ পৰীক্ষা কৰিলে। খোৱা-

বোৱাত ভীষণ সাৱধানতা লবলৈ ক'লে। ভাত নিচেই কম, তাকো দিনৰ বেলাহে খাবলৈ দিলে। নিমখ চেনি বাদ পৰিল। ভোক থাকিলেও যি মুঠি খাবলৈ দিয়ে তাতো স্বাদ নোপোৱা হ'ল। অৰুচী হ'ল। ফলত নতুন উপসৰ্গই দেখা দিলে। গেষ্ট্ৰিক হ'ল। নিয়মিত পেট খোলোচা নোহোৱা হ'ল। এবিধ উপসৰ্গৰ বাবে কিবা খাবলৈ দিলেও সি আনফালে অপকাৰ কৰে কোনোবা এটা ঔষধ খালে ভৰি ফুলে। সেইটো ঔষধ কাটি দিলে অন্য এটা হয়। বুকুৰ বিষ ঢপঢপনি আদি আছেই। বিচনাৰ পৰা উঠি আহিব খুজিলে হাত-ভৰিৰ কঁপনি উঠে: বুকুখন ঢপঢপাবলৈ ধৰে। চকুৰে জলক-তবক দেখে।

অঞ্জুৰ স্কুল, পোনাৰ অফিচ, ল'ৰা-ছোৱালীহালৰ স্কুল। দুপৰীয়া সময়খিনিত তেওঁ অকলশৰীয়াভাৱে কটায়। কি যন্ত্ৰণাৰে পাৰ কৰে সেই সময়খিনি। ইয়াতকৈ যেন সেই গাৱঁৰ দিনবোৰেই ভাল আছিল। অৱশ্যে মানুহ এজনী নিয়োগ কৰিছে তেওঁৰ বাবে। তাই তেওঁৰ বথায়া আৰু কৰ্তব্যখিনিও ভালদৰে কৰে ঠিকেই কিন্তু তাই তেওঁৰ ভাল সঙ্গ হব নোৱাৰে। নিঃসঙ্গভাৱে কটোৱা দুপৰবোৰত তেওঁৰ হিয়া ঢাকুৰি কান্দিবৰ মন যায়। নগৰৰ নীসঙ্গতা আৰু গাঁৱৰ নীসঙ্গতা দুটা বেলেগ বেলেগ উপলব্ধি। গাৱঁত আছিল যেন তেওঁ এখন বিশাল সাম্ৰাজ্যৰ ৰাণী হৈ। প্ৰজাহীন ৰাজ্যৰ ৰাণী—সিও এটা যন্ত্ৰণা। ইয়াত এটা বন্দী কয়দী। এখন বিচনা, দৰৱ-ঔষধৰ এখন টেবুল; এটা কিবাকিবি বস্তু থোৱা আলমাৰী, এখন চকী, তেওঁ ব্যৱহাৰ কৰা বেদপেন, চৰিয়া। তেওঁৰ বিচনাৰ অকণমান সিফালে মজিয়াত বিচনা কৰি ৰাতি মানুহজনী শোৱে। তেওঁ আজিকালি উঠিব মেলিব পৰা হলে লাখুটি লৈ ফুৰে। ভালে থকা দিনত লাখুটিডাল লৈ আগফালে বাৰান্দালৈ ওলাই আহে। ওলালে আগফালেহে যি অকণমান ওলাব পাৰি। পিচফালে পাকঘৰৰ পিচতে মস্ত ৱাল। তেওঁৰ অপলক চাৱনি আলিবাটত—পোনাৰ ল'ৰা-ছোৱালীহুটা কেতিয়াকৈ স্কুলৰ পৰা আহি পায়। সিহঁতৰ লগত সময় কটাবলৈ তেওঁ ভাল পায়। সিহঁত দুয়োটা কোঁতয়াৰা আইতাকৰ বিচনাৰ ওপৰতে বহি লয় খেলিবলৈ। সিহঁতে কিতাপত পঢ়া গল্পবোৰ

আইতাকক কয়। স্কুলত দিনটো কি কি ঘটিল কয়হি। সিহঁতৰ হাঁহিমুখ দেখি তেওঁৰ ভাল লাগে। কিন্তু সিহঁতে তেওঁ সতে বেচি সময় কটাবলৈ নেপায়। বাতিপুৱা গধূলি পঢ়া-শুনাৰ বোজা। আবেলি খেলা, সাঁতোৰ শিকা, ছবি অঁকা স্কুল, গানৰ স্কুল—বিভিন্ন লেঠা। আগৰ দিনত ল'ৰা-ছোৱালীবোৰে বুঢ়ীমাকৰ লগত ইমান সময় কটাব পাৰিছিল, আজিকালি দেখোন নোৱাৰে।

নোৱাৰিবই। বুঢ়ীমাকবোৰৰনো নাতিনীয়েকহঁতক দিব পৰা কি জ্ঞান আছে। দুটামান সাধুকথা আৰু ইটো নকৰিবি সিটো নকৰিবি নাপায়—এই উপদেশবোৰেই সম্বল। আজিকালিৰ বাঢ়ন্ত ল'ৰা-ছোৱালীবোৰক দেহ আৰু মনৰ বিকাশ কৰিবলৈ আৰু বহু জ্ঞান আৰু চৰ্চাৰ দৰকাৰ। কেৱল আইতাকবোৰৰ উপদেশৰ বাবে অপেক্ষা কৰি থাকিলে নহয়। সিহঁতে তেওঁৰ লগত কিছুসময় কটালেও সিহঁতৰ মাকে পঢ়াৰ বাবে সিহঁতক সকিয়াই দিয়ে।

কেতিয়াবা ইজোৰা সিজোৰা আলহী আহে। যাবৰ সময়ত তেওঁ-লোকে তেওঁৰ খা-খবৰ লৈ যাবলৈকো নেপাহৰে। অঞ্জুৰ লগৰ মাষ্টৰণী দুজনী আহে মাজে মাজে। মালা আৰু শ্যামলী। মালা ছোৱালী মানুহ। স্কুলত হেনো তাই অংক আৰু বিজ্ঞান পঢ়ায়। বৰ বাংঢালী। মালাক তেওঁৰ কমা কমী লাগে। কিন্তু তাই কমীতকৈ বহুত বেলেগ। কথাবোৰ কমীৰ নিচিনাকৈ নকয়। তাই হেনো সোমবাৰে ব্ৰত কৰে আৰু শিৱপূজা কৰে। তাই কথাবতৰাত খোলা। তেওঁক প্ৰশ্ন কৰে—আইতা মই বাৰু ভাল দৰা পামনে ?

শ্যামলী দুটা ল'ৰা-ছোৱালীৰ মাক হ'লেও গাভৰু। তাইৰ মনটোহে সদায় মৰা। তেওঁ অঞ্জুক কৈছিল, অঞ্জু গাভৰু মানুহ এজনীয়েনো বাৰু এনেকৈ মন মাৰি থাকিব লাগেনে ? নিজে চাকৰি কৰিছ, ধন ঘটিছ—হাঁহি-ফূৰ্তি কৰি থাকিব লাগে।

অঞ্জুৱে তেতিয়াহে কৈছিল শ্যামলীৰ কথা। দুখীয়া পৰিয়ালৰ ছোৱালী আছিল শ্যামলী। চাকৰি কৰি ঘৰখন চলাইছিল। চেহেৰা-পাতি সিমান ভাল নহয়। তথাপিও বিয়া কৰাবলৈ ল'ৰা এটা আগবাঢ়ি

আছিল। সি দুখীয়া নিচলা মানুহবোৰৰ উন্নতিৰ কথাচিন্তা কৰে আৰু কেতিয়াবা সেই মানুহবিলাকৰ দুখত কবিতা লিখে। সি নিজকে কমিউনিষ্ট বুলি গৌৰৱ কৰে। পিচলৈ অহা-যোৱা কৰোতে কৰোতে শ্যামলী ল'ৰাটোৰ প্ৰেমত পৰিলগৈ।

বিয়া হোৱাৰ পিচতহে শ্যামলীয়ে গিৰিয়েকৰ কদৰ্য্য ৰূপটো দেখিলে। সি এটা ভণ্ড। টকাৰ খকটো বেচি। দৰমহাটোৰ বাবেই সি শ্যামলীক বিয়া কৰালে। সি শ্যামলীক দৰমহাৰ পয়চা ইচ্ছামতে খৰচ কৰিবলৈ নিদিয়ে। আনকি শ্যামলীয়ে অভাৱত কষ্টত চলা মাকৰ ঘৰখনলৈ কিবা সহায় কৰিব খুজিলেও সি নিদিয়ে। তাইৰ ওপৰত কৰা মাৰপিটৰ কথা ওচৰ-চুবুৰীয়ায়ো জানে। দুই এবাৰ মাৰৰ দাগ থকা বাবে লোকলজ্জাত কেজুৱেল চুটি লব লগা হৈছে।

আয়ৈ দেহি! মানুহনো শিক্ষিত হৈ কি লাভ হৈছে! আজিকালিৰ শিক্ষিতা স্বাৱলম্বী মহিলায়ো গিৰিয়েকৰ মাৰ খাব লাগে। শাহুৱেকৰ বকনি খাব লাগে। আৰু কালিৰ শিক্ষিতা বোৱাৰীয়েও শাহুৱেকক অত্যাচাৰ কৰে। নাই আজিকালিৰ শিক্ষাই মানুহৰ হৃদয়বোৰ কোমল কৰিব পৰা নাই।

এতিয়া হৃদয়বোৰ শিলৰ দাৰ কঠিন কৰাবে যেন দিন।

প্ৰতিদিনেই ইঞ্জেকশ্যন দৰৱ-ঔষধ। তথাপিও কেতিয়াবা জ্বৰাজ্বৰ লাগি যায়। অঞ্জুৱে কেতিয়াবা স্কুল খতি কৰে। কেতিয়াবা বাহিৰা মানুহজনীৰ হাতত তেওঁক পঠাই স্কুললৈ যায়। এদিনতো ডাঙৰ কাণ্ড। অঞ্জু গ'ল স্কুললৈ, পোনাও গ'ল কামলৈ। দুদিনমান তেওঁ ভালেই আছিল। সেইকাৰণে পুতেক-বোৱাৰীয়েক দুয়ো এৰি গৈছিল। তেওঁৰ ওচৰত আছিল কাম কৰা মানুহজনী। মানুহজনী কামৰ পৰা আজৰি হৈ তেওঁৰ ওচৰতে বহি আছিল। কাৰণ পোনাই দঢ়াই দঢ়াই কৈ গৈছে মাকৰ ওচৰৰ পৰা আঁতৰি নাযাবলৈ।

মানুহজনীয়ে চাই থাকোঁতেই তেওঁ বিচনাত চট্‌ফটাবলৈ ধৰিলে।

প্ৰথমতে মানুহজনীয়ে ধৰিব পৰা নাছিল কিয় তেনে কৰিছে। চটফটনি যেতিয়া বেচি হ'ল তাই দৌৰি আহি তেওঁক ধৰিলেহি। তেওঁ উশাহ ঘূৰাব নোৱাৰি ধৰফৰাই থাকিল। এবাৰ মানুহজনীৰ গাত খামুচি ধৰি উঠাৰ নিচিনা কৰিলে। মানুহজনীয়ে অসহায় হৈ বাইদেউ বাইদেউ বুলি চিঞৰিবলৈ ধৰিলে।

তেওঁলোকৰ বাওঁহাতৰ ঘৰটোৰ গৃহস্থলী গৰাকী উধাতু খাই দৌৰি আহিল। তেওঁক দৌৰি অহা দেখি মেল মাৰি থকা আন দুগৰাকী মানুহো আহিল। চুবুৰীটোত তেতিয়া ঘৰুৱা কাম কৰা মানুহৰ বাহিৰে মতা মানুহ কোনো নাছিল ; সকলো অফিচে কাছাৰীয়ে আছিল।

বহুতপৰৰ মূৰত তেওঁ উশাহ ললে। তাৰপিচতো তেওঁ শ্বাস-প্ৰশ্বাসত অতি কষ্ট পাবলৈ ধৰিলে। প্ৰথম গৰাকী গৃহস্থলী অৰ্থাৎ শ্ৰীমতী লহকৰে ডাক্তৰৰ প্ৰেচক্ৰিপচনৰ পৰা তেওঁক চিকিৎসা কৰি থকা ডাক্তৰজনৰ ফোন নম্বৰটো সংগ্ৰহ কৰি ফোন কৰিলে। পোনাৰ অফিচৰ ফোন নম্বৰটো বিচাৰি পোনালৈকো ফোন এটা কৰিলে।

তেওঁলোকে অধীৰ আগ্ৰহেৰে ডাক্তৰ অহালৈ বাট চালে। পোন্ধৰ মিনিটমানৰ পিচতে ডাক্তৰ আহিল। তাৰ অলপ পিচতে অফিচৰ গাড়ী লৈয়ে পোনাও আহিল। আহোঁতে স্কুলত সোমাই অঞ্জুকো লৈ আহিছে।

সকলো নিমাত নিস্পন্দ। ব্যস্তভাৱে ডাক্তৰে তেওঁক বেজী এটা দিলে। তেওঁ উস্ বুলি কেঁকাই উঠিল। তেওঁৰ গাত মঙহ মুঠেই নাই। বেজী লওঁতে লওঁতে বিষ উঠিছে।

বেজী দিয়াৰ অলপ পিচতে তেওঁৰ টোপনী আহিল। উশাহ-নিশাহো নিয়মীয়া হ'ল। ওচৰ-চুবুৰীয়া মহিলা কেইগৰাকী গ'লগৈ।

ড্ৰয়িংৰুমত ডাক্তৰে চাহ খাই খাই পোনাৰ লগত আলোচনা কৰিলে তেওঁৰ স্বাস্থ্যৰ বিষয়ে।

—উপায় নাই। এনেকুৱা মাজে মাজে হৈয়েই থাকিব। ভাল হ'ব, আকৌ হ'ব। এনেকৈয়ে এদিন কলাপচ কৰিব। পেচ মেকাৰ লগাব পৰা যায়, কিন্তু এখেতৰ ক্ষেত্ৰত কথাটো অসম্ভৱ। ডায়েবেটিচ

আছে তাৰ উপৰি ইমান দুৰ্বল বুঢ়া মানুহ—নোৱাৰি। বৰং এই চিকিৎসাকে কন্টিনিউ কৰি থকাই ভাল। যি কেইদিন বাচে ৰাচক।

প্ৰায় সন্ধ্যা সময়ত তেওঁ সাৰ পালে। সাৰ পায়েই তেওঁ বিচনাৰ ওচৰৰ চকী এখনত বহি থকা কমীক দেখিলে। তেওঁ অবাক হৈ চাই থাকিল। তেওঁ কমীলৈ যেনেকৈ চালে কমীৰ ভয় লাগি গ'ল। তাই বাৰু পাহৰি যাব লাগেনে আইতাক যে হৃদৰোগী। তাইক হঠাতে দেখি আইতাক আবেগত ফাটি যাবওতো পাৰে।

তেওঁক মুৰটো ডাঙিব খোজা দেখি কমীয়ে দুহাতেৰে আইতাকৰ মুৰটোত আলফুলে ধৰি গাকত পেলাই দিলে।

—উঠিব নেলাগে আইতা, শুই থাকঁা।

তেওঁ মুৰটো ঘূৰাই চালে। কিছু আঁতৰত আন এখন চকীত এজন ল'ৰা বহি আছে। তেওঁ পুনৰ কমীলৈ চালে। অস্ফুট মাতেৰে কমীক সুধিলে, জোৱাঁই ?

হয় আইতা—কমীয়ে ক'লে।

তেওঁৰ দুচকুৰেদি পানী বাগৰি গৈ কাণৰ ওচৰত পিৰপিৰাই দিলেই। নাকৰ পাহী দুটা ফুলি উঠিল।

কমীয়ে তেওঁৰ চকু পানীখিনি মচি দি ক'লে, নেকান্দিবা আইতা। কান্দিলে তোমাৰ অসুখ বেচি হব নহয়।

মোৰ এই গতি—আইতাকে সেহাই সেহাই ক'লে। আইতাকৰ নিচেই ওচৰত নথকা হ'লে আইতাকৰ কথাষাৰ তাই বুজি নেপালেহেঁতেন।

—তহঁতক চাবলৈ বৰ হেপাহ আছিল। তহঁতৰ কথাবোৰেই ঠিক। আমিনো কিটো কৰিব পাৰিলো ? সকৰে পৰা শিকি অহা নিয়মবোৰো ৰাখিব নোৱাৰিলো। একো ৰাখিব নোৱাৰিলোঁ।

তেওঁ ইমান কষ্ট কৰি কথা কবলৈ ধৰা দেখি কমীয়ে মানা কৰিলে, আইতা তুমি মনে মনে থাকাচোন। এতিয়া কথা কব নেলাগে।

—নেপাতো। আজিকালি মই কথা নেপাতোৱেই। কাৰ লগত পাতিম ? তোক দেখি—তোক দেখি মোৰ কথা পাতিবৰ মন গৈছে।

—মৰিম। আজি নাইবা কালিলৈ নাইবা পৰহিলৈ মই মৰি

থাকিম। কি চিন থাকিল? কি চিন থাকিব মই যে জীয়াই আছিলোঁ। এই পো-পোৱালীবোৰ জানো মোৰ চিন হব পাৰে? বুজিছ—একো নেজানো, একো নুবুজো। গান্ধাৰীৰ দৰে আমাৰ চকু বান্ধি ৰাখিছিলোঁ—গান্ধাৰীৰ দৰে। অন্ধযুগত আমি জীয়াই আছিলোঁ। তইঁতে পোহৰ দেখিছ। পোহৰে পোহৰে বাট বুলিবি।

—আইতা!

তেওঁ কমাৰ গিৰিয়েক প্ৰদীপ্তক ওচৰলৈ মাতিলে। প্ৰদীপ্ত তেওঁৰ নিচেই কাষ চাপি আহিল। প্ৰদীপ্তৰ গালে-মুখে হাত ফুৰাই দিলে তেওঁ।

তেওঁ হঠাতে কমীৰ ফালে ঘূৰি সুধিলে, তইঁতৰ একো?

কমীয়ে বাহিৰত মোমায়েকৰ ল'ৰা-ছোৱালী কেইটাৰ লগত খেলি থকা ল'ৰাটোক মাতিলে, সোনমণি!

সোনমণি দৌৰি আহিল। কমীয়ে তিনিবছৰীয়া সোনমণিক কোলাত লৈ আইতাকৰ ওচৰত দাঙি ধৰিলে। তেওঁ সোনমণিলৈ আৰু সোনমণিয়ে তেওঁলৈ চাই ৰ'ল।

লাহে লাহে তেওঁ অকণমান ভাললৈ আহিল। আগতেও এনেকুৱা হয়। হঠাতে হুৱাতুৱা লাগে আৰু তাৰ পিচত ক্ৰমান্বয়ে ভাললৈ আহে। কেতিয়াবা উঠি, ধৰি ধৰি নাইবা লাখুটিত ভৰ দি খোজ কাঢ়িব পৰা হয়। বেচি নহয়, কেইখোজমান। আহি বাহিৰৰ বাৰান্দাতে চকী এখন পাতি দিয়ে তাতে বহে। বেচি সময় বহি থাকিবও নোৱাৰে। কাৰোবাৰ সহায়ত আকৌ বিচনালৈ আহে।

এইবাৰো তেনে হৈছে। তেওঁ নিজেও জানে এই উঠিমেলি ফুৰিব পৰাটোৱেই তেওঁৰ ভাল হোৱাৰ লক্ষণ নহয়। তেওঁ আচলতে কেতিয়াবাই মৰিব লগা মানুহ। জীয়াই আছে দবৰৰ জোৰত।

এবছৰ। তেওঁ গুৱাহাটীলৈ আহি এইটো গতিৰে জীয়াই থকা এবছৰ হ'ল। তেওঁ গুৱাহাটীত থাকোতেই নীলিমা আহি গ'ল, পূৰ্ণিমা

আহি গ'ল, দিল্লীৰ পৰা লক্ষ্মীমাও আহি গ'ল। সিহঁতে প্ৰত্যেকেই আহিয়েই তেওঁৰ অৱস্থা দেখি এসোঁতা কান্দিলেহি। তাৰ পিচত গুৱাহাটীত ফুৰিলে, বজাৰ কৰিলে। যাবৰ সময়ত আকৌ এসোঁতা কান্দোন।

—কিবা এটা হ'লে খবৰ দিবি। তেওঁক আঁৰ কৰি ক'লেও তেওঁ বুজি পালে।

কিবা এটা হোৱালৈ মাথো বাট চাই থকা। বাট চাই থকাৰ বাহিৰে আৰু উপায় নাই। তেওঁৰ আৰু কোনো আশা নাই। আশা থাকিলেও পূৰণ কৰাৰ সময় নাই। তেওঁৰ বুকুত বাজি থকা ঘড়ীটোৰ টিক্ টিক্ শব্দ বন্ধ হ'লেই খেলা শেষ।

ভাড়াঘৰৰ এটা কোঠালী তেওঁ বন্দী কৰি থৈছে। ক্ষতি হৈছে। পোনাৰ ল'ৰা-ছোৱালীহাল ডাঙৰ হৈছে সিহঁতক ঘৰে নটা হৈছে। তাৰ উপৰি তেওঁৰ খা-খবৰ কৰিবলৈ অহা মানুহ যেতিয়াই তেতিয়াই অহা বাবে অঞ্জুৰ আজৰি নোহোৱা হৈছে। তাতে তাই চাকৰিয়াল মানুহ। ল'ৰা-ছোৱালী কেইটাৰো পঢ়া-শুনাত ক্ষতি হৈছে। তেওঁৰ যাবৰ হ'ল।

কিন্তু ওপৰত থকাজনে নিনিলে তেওঁনো কি কৰিব। কাৰোবাক তেওঁ সোনকালে লৈ যায়, কাৰোবাক দেৰিকৈ নিয়ে। কাৰোবাক ভালে ভালে নিয়ে, কাৰোবাক কষ্ট দিয়ে। কৰ্ম অনুসৰি ফল।

কমীজনী গুৱাহাটীতে থাকে। তাই নাহে। সিহঁত আহিলে পোনাহঁতে বৰ ভাল নাপায়। ভালকৈ মাতবোলো নকৰে নাতি জোঁৱাইক। কমী যদি অকলে আহে তাইৰ লগত তৰ্ক কৰে। এদিন তাই চাহ এটোপাও নোখোৱাকৈ গুচি গ'ল। তেওঁৰ বেয়া লাগে। তাই খীনাইছে। সকতে মোমায়েকহঁতৰ ওচৰত আদৰ মৰম বিচৰা ছোৱালীজনী ইমান উদ্ধত হৈছে—সেই মোমায়েকৰ ওচৰতেই। তেওঁৰ পোনাহঁতক কৰলৈ মন যায় তহঁতে দেশৰ চিন্তা কৰাতকৈ মানুহৰ কথা চিন্তা কৰচোন। আজিকালি দেশৰ কাৰণে চিন্তা কৰা মানুহৰ সংখ্যা বাঢ়িল; দেশত হাইকাজিয়া কটা-মৰাও বাঢ়িল। শুনিয়াই মাৰে,

বোমা দি মাৰে, দাৰে ঘপিয়াই মাৰে, জ্বলা জুইত পুৰি মাৰে। জীয়াই জীয়াই মানুহবোৰ কোন সতেৰেনো জুইত দি মাৰে ঐ!

আগৰ মানুহবোৰ অশিক্ষিত যদিও মিলাপ্ৰীতিৰ ভাৱটো আছিল। মুছলমানৰ ঘৰত চেঁচাপানী এটোপাও নেখাইছিল যদিও তাৰ বাবে মুছলমান গাৱঁৰ মানুহে বেয়া পোৱা নাছিল। বিপদে-আপদে ইছলামপুৰৰ মহম্মদ আলি তেওঁৰ ওচৰ পাইছিল। ল'ৰা-ছোৱালী এটাৰ অসুখ বুলি গম পালেও খবৰ লৈ গৈছিল। মহম্মদ আলিৰ ঘৈণীয়েকে পকা কঠাল খাই ভাল পাইছিল বাবে তেওঁ কঠালৰ দিনত দুটা ভাল চাই কঠাল থৈ দিছিল—মহম্মদ আলি সোমালে দি পঠাবলৈ। সেউজীয়া লুঙী পিন্ধা পকা দাড়িৰ মহম্মদ। ভৰিত টায়াৰৰ চেণ্ডেল। হাট-বাৰত আহিলে তেওঁৰ ল'ৰা-ছোৱালী কেইটালৈ সৰু সৰু গোলগোল চেনিগুটি কাগজত বান্ধি লৈ আহে। মহম্মদ আলি কেঞ্চাৰ হৈ মৰিল। বিনা চিকিৎসাই বুলিব পাৰি। তেওঁলোকৰ ঘৰখনে বৰ দুখ পাইছিল। পোনাহঁতৰ মহম্মদক মনত আছেনে নাই জানো! নাই, সিহঁতৰ মনত নাই। নীলিমাৰ মনত থাকিব পায়। তাই প্ৰায়ে মহম্মদৰ বোকোচাত উঠিছিল।

তাৰ পাচতো নীলিমাৰ লগৰ মাষ্টৰণী লিলি বেগম আহে তেওঁলোকৰ ঘৰলৈ। লিলিয়ে জানে তাইক চাহ দিয়া কাপটো তেওঁলোকে ভিতৰত ব্যৱহাৰ কৰা কাপ নহয়। তথাপিও লিলিয়ে কোনো খেদ নকৰিছিল।

কমলীয়ে কৈছিল—খেদ নকৰিলেও এইটো আজি-কালি বেয়া দেখায়। তেওঁলোকৰ মনত আঘাত দিয়া উচিত নহয়। হয়তো কমলীয়ে ঠিক কথাই কৈছিল।

কিন্তু আজিকালি? আজিকালি দেখোন একেলগে খোৱা লোৱা চলে। হিন্দুৱে মুছলমানৰ ঘৰত খায়, মুছলমানে হিন্দুৰ পাকঘৰত খায়। পিচে অবিশ্বাস কেলেই? কটা মৰা কেলেই?

তেওঁৰ কোনো আশা নাই। দুখীয়াৰ ঘৰত জন্ম ললেও সৌভাগ্যৰ বলত তেওঁ সা-সম্পত্তি টকা-পয়চাৰে তেওঁ বৰ সুখত জীৱন কটালে আৰু এই যাবৰ পৰত তেওঁ বুজিছে—তেওঁ ইয়াৰ একো লৈ নেযায়। একো থৈ

বাখিব নোৱাৰি। কিন্তু এই যে দেখিছে ককাই-ভাই, বাই-ভনী, মোমাই-ভাগিন—এইবোৰো পৰস্পৰ শত্ৰু হৈ উঠিছে এইবোৰ দেখি যাবলৈ তেওঁৰ ভাল লগা নাই। সেইকাৰণে তেওঁৰ কবলৈ মন যায় তইঁতে দেশৰ চিন্তা এৰ। মানুহৰ অন্তৰৰ কথাবোৰ বুজ।

তেওঁৰ যাবৰ হৈছে। বিষয়-বাসনা এৰি সেই বাবে তেওঁ এইবোৰ চিন্তা কৰিব পাৰিছে।

বৰ বোৱাৰী অশ্রুৰ কালৰ মাক-দেউতাক কোনো নাই। অগাপিচাকৈ দুয়ো আদবয়সতে মৰিল। ককায়েক দুজন আছে; তেওঁলোকে খা-খবৰ কৰি থাকে। তৃষ্ণাৰ মাক-দেউতাক দুয়ো আছে যদিও তেওঁলোকৰ খা-খবৰ লবলৈ নাহে তেনেকৈ। জীয়েক জোঁৱায়েকক পায়েই থাকে; তেওঁৰ ওচৰলৈনো আহিব কিয়!

পিচে এদিন হঠাতে সেই বিয়নীও ওলালেহি। বয়স হৈ গৈছে মানে বিয়না গাভৰুহে হৈ গৈছে। তৃষ্ণাৰ মাকে গাধীৰ আৰু আপেল-আঙুৰ অলপ লৈ আহিছিল। তেওঁ এইবোৰৰ অভাৱত পৰা নাই। গেলিছে যায়গৈ কেতিয়াবা। তথাপি অসুখীয়াৰ খবৰ কৰিবলৈ আহোঁতে কিবা এটা অনাৰ নিয়ম বাবে আনিছে।

বিয়নীয়ে তেওঁৰ অসুখৰ খবৰ লবলৈ আহিছিল। আহি তেওঁৰ লগত বেচিপৰ কথা নেপাতিলে। পোনাইঁভৰ লগতহে কথা পাতিলে বেচিকৈ। দেশৰ কথা পাতিলে। বিয়নী দেশৰ কামত মেলে মিটিঙে ঘূৰা মানুহ। তেওঁ তৃষ্ণাৰ মাকৰ লগত কথাৰ ভাল বাখিব নোৱাৰে।

যাবৰ সময়ত তেওঁক মাত লগাবলৈ আহিল।

—আপুনি চিন্তা নকৰিব। আপোনাৰ পুতেকহঁতে আপোনাৰ কাৰণে কৰিব লগাখিনি কৰিছে। ডাক্তৰো বৰ ভাল লগাইছে। আপুনি ভাল হৈ যাব।

তেওঁ সেমেকা হাঁহি এটা মাৰি ক'লে, যেতিয়া সময় আহিব তেতিয়া ভাল ডাক্তৰহে নেলাগে স্বয়ং ধন্বন্তৰি আহিলেও ৰখাব নোৱাৰে।

—খওক হেৰি আজিকালি কিবোৰ নতুন চিকিৎসা ওলাইছে যমদূত

আছিলেও ঘূৰি যায়। কৈ তৃষ্ণাৰ মাকে হাঁহিলে। তৃষ্ণাৰ মাকৰ স্বাস্থ্য পাণ্ডি ভাল, খোলাকৈ হাঁহিব পাৰে। পিন্ধা উবাতো চৌখিন। এই বয়সতো হাত চুটি ব্লাউজ পিন্ধি আছিছে। ওঁঠ দুখনো অকণমান ৰঙচুৰা কৰি আনিছে।

তৃষ্ণাৰ মাক বুদ্ধিমতী মানুহ। ক'ত কেনেকৈ কথা কব লাগে, ক'ত কিমান হাঁহিব লাগে জানে। বহুত মানুহৰ লগত হলিগলি কৰি পাইছে তেওঁ। এতিয়া তেওঁ নিজৰ জীয়েককো সমাজৰ কামলৈ আগবঢ়াই আনিছে।

বিয়নীয়েকে খবৰ দি গ'ল, আহিব লগা নিৰ্বাচনত তৃষ্ণা এম. এল. এ. উঠিব।

কিছুদিন তেওঁৰ স্বাস্থ্য ভালেৰেই গৈছিল বুলিব পাৰি। তেওঁৰ ধাৰণা হ'ল যমদূত সচাঁকৈয়ে ঘূৰি গৈছে। তেওঁৰ দেহাই নহয়, অন্ত এটা বিষয়েহে ঘৰখনত হুলস্থুল এটাৰ সৃষ্টি কৰি গ'ল। দেশৰ সাধাৰণ নিৰ্বাচন। অন্যকেবাবাৰো নিৰ্বাচন আহিছে, তেওঁ প্ৰায় আতাইকেইবাৰেই ভোট দিবলৈ গৈছে। কিন্তু এইবাৰৰ নিচিনা হুলস্থুল তেওঁৰ ঘৰখনত হোৱা নাছিল। ভোটত যেয়ে জিকে যেয়ে হাৰে তেওঁলোকৰ একো নাহে, একো নাযায়। কিন্তু নিৰ্বাচনৰ দিনটোৰ পৰা ফলাফলৰ দিনটোলৈকে বিৰাট উৎকণ্ঠাৰ সময়। পোনাইঁতৰো একেটাই চিন্তা— তৃষ্ণাইঁতৰ নতুন দলটো জিকিব লাগে। তৃষ্ণাক জিকাব লাগে।

তেওঁৰ নাম গুৱাহাটীৰ ভোটাৰ তালিকাত নাই। পোনাইঁতে বৰ দুখ কৰিলে—এটা ভোট এলেয়ে গ'ল। অৱশ্যে তৃষ্ণা নগাৱঁৰ কোনোবা এটা সমষ্টিত হে উঠিছে। তথাপি তৃষ্ণাইঁতৰ দলে এটা ভোট পালেহেঁতেন।

তৃষ্ণাইঁতৰ নতুন দলে বেচি ভোট পালে। তৃষ্ণাও জিকিল। নতুন মন্ত্ৰীসভাত তৃষ্ণাৰ নামো সোমাল।

ঘৰখনত আনন্দময় পৰিবেশ এটা চলি থাকিল কিছুদিন। আনকি

পেটে পেটে হিংসা কৰা অজুৰেও গৰ্ব কৰিলে। ঘৰলৈ অহা অতিথি দুই একে তেওঁকো জোকালে—বোৱাৰীয়েক মন্ত্ৰী হ'ল এতিয়া আইতাক কোনে পায়!

এই আনন্দ উৎসৱত তেওঁ উৎফুল্লিতও নহ'ল, বিচলিতও নহ'ল। মাজে মাজে তেওঁৰ ভাবি মাথোন অবিশ্বাস্য যেন লাগে যে তেওঁৰ বোৱাৰী চৰকাৰৰ মানুহ হ'ল। দেশখন চলোৱাত তেওঁৰ বোৱাৰী তৃষ্ণাই ভাগ লব। তৃষ্ণাৰ উপদেশ, বুদ্ধিমতে দেশৰ বাইজ চলিব। মানুহে তৃষ্ণাক সন্মান কৰিব, খাটিৰ কৰিব। তেওঁৰ বোৱাৰী তৃষ্ণা! তেওঁৰ কথা দেখোন ঘৰখনতেই বজা নাছিল। তাহানী তেওঁ কিবা এবাৰ কবলৈ ওলালেই পোনাইঁতৰ দেউতাকে কৈছিল, মাইকী মানুহৰ বুদ্ধিত কাম কৰিব নোৱাৰি।

এতিয়া সেই পৰিয়ালৰ বোৱাৰীৰ বুদ্ধিত দেশ চলিব! হওক, তৃষ্ণাই মাইকী মানুহৰ অধিকাৰ সাব্যস্ত কৰিছে। তেওঁ মনে মনে তৃষ্ণাক আশীৰ্বাদ কৰিলে।

বাতৰি কাগজত তৃষ্ণাৰ ফটো। তেওঁ আচৰিত হ'ল—বাৰ বছৰৰ আগত পাটকাপোৰৰ ওৰণীৰ তলত থকা তেওঁ বোৱাৰীয়েকৰ মুখেইনে এইখন। বাৰ বছৰ আগতে তেওঁ কলৰ তলৰ পৰা আদৰি আনিছিল। বাবুলৰ গাৰ পাটৰ চাদৰ তাইৰ আচলত বন্ধা।

তাৰ পাচৰ দিনবোৰ মনলৈ আহিল তেওঁৰ। নাই সেইবোৰ দিনৰ স্মৃতি মুঠেই সুখকৰ নহয়। তেওঁ মনে-প্ৰাণে বুকুত সুমাই লব খোজা তৃষ্ণা তেওঁৰ ওচৰ চাপিব সুখুজিলে। তেওঁৰ দিহা পৰামৰ্শ তাই এটা বেঁকা হাঁহিৰে অবজ্ঞা কৰিলে। নহোৱালী চাবলৈ গাৱঁৰ বিভিন্ন পৰ্য্যায়ৰ মানুহ আহিছিল। তেওঁ তৃষ্ণাক কৈছিল, আমাৰ ঘৰখনৰ এটা সন্মান আছে। সেই সন্মান অকল পুৰণি দিনৰ ধন-টকা-পয়চাৰ বাবেই অহা নাই। মানুহবোৰৰ প্ৰতি দেখুৱা মৰম-চেনেহৰ বাবেও তেওঁলোকে আমাক সেই সন্মান দিছে। তুমি মানুহবোৰৰ লগত ভাল দৰে কথা-বতৰা পাতিবা। ওলাই গৈ তামোল এখন অন্ততঃ দিবা। কিন্তু তাই সেই মানুহবোৰৰ আগত ওলাবলৈ আগ্ৰহ নকৰিলে। ওলালেও কথা

পাত্তিবলৈ ইচ্ছা নকৰিলে। তেওঁ মানুহবোৰ আগত লাজ পালে। এয়াই ডাঙৰ মানুহৰ ঘৰৰ শিক্ষিতা ছোৱালী।

এইজনী মানুহকেই মানুহবোৰে ভোট দি বাচিছেনে? সঁচাকৈয়ে তৃকা মানুহবোৰৰ মাজত প্ৰিয়পাত্ৰ জানো! জেনেহ'লে কিহে? কিহে তাইক জিকালে?

তেওঁৰ মনত কেনা লাগিল।

অঞ্জুৱে তেওঁক মা মা বুলি মাতি থকা তেওঁ কৰই নোৱাৰে।

—কি হ'ল?

তেওঁৰ কাণৰ ওচৰলৈ মুখখন নি অঞ্জুৱে ক'লে, লোপা ডাঙৰ হ'ল।

—কি আচৰিত অ'!

ইংৰাজী স্কুলৰ ক্লাচ চেভেনত পঢ়া লোপা তেওঁৰ মানত কেচুৱা হৈ আছে। সেইবাবে তেওঁ আচৰিত হ'ল।

—তাই দেখোন অলপ আগতে খেলি ফুৰিছিল। ক'ত আছে তাই বলাচোন।

লাখুটিডাল লৈ তেওঁ অঞ্জুৰ পিচে পিচে গৈ অঞ্জুহঁতৰ শোৱনি কোঠা পালেগৈ। এচুকত লোপা থৰ লাগি বৈ আছে। ডাঙৰ ডাঙৰ চকুৰে গোল পুৰঠ লোপাৰ মুখখন। চুলিবোৰ লৰাৰ দৰে কটা। আকাশী ৰঙৰ ফ্ৰক এটা পিন্ধি আছে তাই। ভয় খোৱাৰ দৰে তাই বৈ আছে একে থৰে। তেওঁক দেখি তাই ভয়ে ভয়ে আইতাকৰ মুখলৈ চালে অসহায়ভাৱে। তেওঁ লোপাৰ মুখলৈ চাই সন্তোষৰ হাঁহি এটা মাৰিলে।

তেওঁ অঞ্জুক ক'লে, ছুনড়ি এটা যোগাৰ কৰিব পাৰিবা জানো?

ছুনড়ি? পৰা হব। তেওঁ আহোঁতে গাড়ীত কিছুমান বয়-বস্তু লগত আনিছিল। তাৰ লগত নিশ্চয় ছুনড়িটোও আছিল। ডাঙৰ ডিঙ্গনখন খুলি এজাপ বাচন-বৰ্তনৰ মাজত পুৰণা ক'লা বৰণ লোৱা ছুনড়িটো আৱিষ্কাৰ কৰিলে অঞ্জুৱে।

ছুনড়িত চাউল সজালে, তামোল-পান এজোৰ দিলে, মাটিৰ চাকি এগছ দিলে।

—তাইক মেখেলা চাদৰ এজোৰ পিন্ধাই দিয়া।

ওঁ মই মেখেলা চাডৰ নিপিন্ধো। লোপাই হাত-ভৰি আচাৰি আহিল।

তেওঁ উকলি দিবলৈ ক'লে অঞ্জুক। অঞ্জুৱে হাঁহি মাৰি ক'লে, উকলি নিদিলেও হব মা।

সময়টো চাই থৈছানে নাই। ভাল বামুন এজনৰ ওচৰত চোৱাই আহিব লাগিব। ব্ৰত-চ্ৰতো থাকিব পায়। দান-দক্ষিণা কৰিব লগা থাকিলে কৰি পেলাব লাগে।

তেওঁৰ দিহামতে অঞ্জুৱে কামবোৰ কৰি গ'ল। লোপাক আঁৰ কৰি অঞ্জুৱে এখন কাপোৰ তৰি দিলে। লোপাই দুহাতেৰে মুখ ঢাকি হঠাতে কান্দি উঠিল।

—নেকান্দিবি আইজনী। কান্দিব নেপায়। মাইকী ছোৱালী হৈ জন্ম লৈছ যেতিয়া এইবোৰ আছেই। এয়া আৰম্ভণীহে আৰু বহুত আছে। দাসীৰ পৰা মহাৰাণীলৈকে সকলোৰে ভাগ্যত একেই দশা। উপায় নাই।

সীতা-সাবিত্ৰীৰ দিনাৰে পৰা আজিৰ আকাশলৈ উৰা মহিলালৈকে। নাৰী আধুনিক হ'লেও প্ৰাচীন। যেন অতি প্ৰাচীন কালৰে পৰা নাৰী মাথোন একেজনীয়েই সৃষ্টি হৈছে। সেই নাৰীয়ে সৃষ্টিৰ বীজ বহন কৰে; সেই নাৰীয়ে সন্তান ধাৰণ কৰে।

সেই নাৰী ধাৰিত্ৰী।

সেই নাৰী আই বসুমতী।

পোনাইঁত থকা চুবুৰীটোৰ কিছু নিলগতে থকা মহিলা সংঘৰ কিবা সভা। তাতে তৃষ্ণাই ভাষণ দিছে। মহিলা আৰু সমাজকল্যাণ বিভাগৰ মন্ত্ৰী তৃষ্ণা। টি. ভি.-ত ক্ৰিকেট খেলৰ উল্লাস, গাড়ী-মটৰৰ শব্দকো ভেদ কৰি মাজে মাজে মাইকত তৃষ্ণাৰ মাত ভাঁহি আহিছে।

তেওঁ বিচনাত পৰি পৰি শুনি আছে। এই দুদিন তেওঁ সম্পূৰ্ণ বিচনাত। পৰহি নিশা হঠাতে তেওঁ পুনৰ অসুস্থ হৈ পৰিল। পোনাইঁত সন্ত্ৰম হৈ উঠিল। দিশপুৰত থকা তৃষ্ণালৈ ফোন কৰিলে। আৰ্ণ শীতলৈ বাবুলো তৃষ্ণাৰ লগতে আছেহি। তাৰ অলপতে প্ৰযোজন সহ

গুৱাহাটীলৈ বদলি হোৱাৰ কথা। ৰাতি দুই বজাত ডাক্তৰ লৈ বাবুল আহিল। কালি তৃষ্ণাৰ মঙ্গলদৈত মিটিং আছিল। সেইবাবে তৃষ্ণা শাহুৱেকৰ খবৰ লবলৈ আহিব নোৱাৰিলে। আজিৰ এই মিটিঙখন শেষ কৰিহে তৃষ্ণাৰ ইয়ালৈ অহাৰ কথা। এই দুদিন বাবুল মাকৰ লগতে লাগি আছে। এতিয়া অকণমান ওলাই গৈছে।

মাইকত তৃষ্ণাৰ মাতটো টেংটেঙীয়া হৈ ওলাইছে। তৃষ্ণাই ভালকৈ ভাষণ দিব নোৱাৰে। কি কব খুজিছে যেন নিজেই কব নোৱাৰে। কোৱা শব্দটোকে পুনৰ কয়। দুবাৰ মান চৰকাৰৰ লগত সহযোগিতা কৰিবলৈ মহিলাসকলক আহ্বান কৰা শুনা গ'ল।

তেওঁ তলকা মাৰি পৰি থাকিল। ঘৰে ঘৰে আৰম্ভ হৈ ক্ৰিকেট খেল চাই থকা মানুহবোৰে আনন্দত চিঞৰি উঠিল। সৰু সৰু ল'ৰা-ছোৱালীবোৰ পৰ্যন্ত কিৰিলিয়াই উঠিল। লোপা পাকঘৰত থকা মাকক খবৰ দিবলৈ দৌৰ মাৰিলে, মা মা আজহাৰউদ্দিনে আৰু এটা ৰাণ কৰিলে।

পদূলীত গাড়ী এখন ৰল। পুলিচৰ দ্বাৰা বেষ্টিত হৈ তৃষ্ণা আহিছে। অঞ্জু আগবাঢ়ি ওলাই গ'ল। তৃষ্ণা পোনে পোনে শাহুৱেকৰ ওচৰলৈ আহিল। বন্দুক লোৱা পুলিচ কেইটা বাৰান্দাত থিয়াথিয়ি কৰি থাকিল। লোপা আৰু ৰাহুল খুৰীয়েক অহা দেখি দৌৰ মাৰি আহিছিল; কিন্তু লগত অস্ত্ৰৰে সজ্জিত হৈ অহা পুলিচ কেইটা দেখি সিহঁত সহজ হব নোৱাৰিলে। সিহঁত সোঁতমোচ হৈ একাষে ৰৈ থাকিল।

—মা, কেনে পাইছে গা? তেওঁৰ নিচেই ওচৰ চাপি তৃষ্ণাই ক'লে। তেওঁ চকুদুটা মেলি তৃষ্ণালৈ চালে।

—ঔষধ খাই আছে নহয় নিয়মমতে?

তেওঁ মূৰ দুপিয়ালে।

—মোৰ কালি মঙ্গলদৈত মিটিং আছিল, আহি পাওঁতে নিশা হ'ল। আজি ৰাতিপুৱাৰ পৰা ইমান বিজি থাকিব লগা হ'ল। এতিয়া মোৰ বিপদহে হ'ল নিজাকৈ অকণো সময়েই নাইকিয়া হ'ল। বাইজৰ

কামতে ব্যস্ত হৈ থাকিব লাগে। সেই কাৰণে বোলো আবেলি মিটিং-খনো এটেও কৰা হব মাৰো খবৰ এটা লৈ অহা হ'ব।

ওচৰত আহি বৈ থকা অঞ্জুৰ আগত শাহুৱেকেও শুনক বুলি তৃষ্ণাই এই দুদিন নহাৰ কৈফিয়ৎ দিলে।

—এওঁতো আছেই এই কেইদিন। নাই জানো কেনি গ'ল?

—কালি নিশাও বাকুলৰ মাৰ লগত টোপনী খতি হ'ল। এতিয়া অকণমান ওলাই গৈছে।

—আজিও নেযাবনেকি?

—এই কেইদিন মাক এৰিব খোজা নাই।

—চাওঁ বলকচোন সিটো কোঠালৈ। মা আপুনি শোৱক; মই বাইদেউৰ লগত কথা এটা পাতোঁ।

অঞ্জুইঁতৰ শোৱনি কোঠাত বিচনাত বহি তৃষ্ণাই ক'লে, এতিয়া পিচে মাক কি কৰো বুলি ভাবিছে?

—ডাক্তৰে যি কৈছে তাকেই কৰিছোঁ।

—ডাক্তৰে ইয়াত এনেকৈ পেলাই থবলৈ ক'লে বুলিয়েই পেলাই থবনে?

—ইয়াততো বিনাচিকিৎসাই পেলাই থোৱা নাই। অঞ্জুৱে মনতে বেয়া পালে।

—ইয়াতকৈ ভাল চিকিৎসা আছে।

—ক'ত?

—মই মাক দিল্লীৰ এখন নামী হস্পিতাললৈ নিয়াৰ কথা ভাবিছোঁ।

—এতিয়া মাৰ বয়স আঠসত্তৰ। হাৰ্টৰ পেচেণ্ট, অতিশয় দুৰ্বল। তাৰ উপৰি ডায়েবেটিচ আছে। এই সময়ত মাক বাহিৰলৈ পঠাবলৈ মন যোৱা নাই। অযথা যেন কষ্ট পাব।

—কষ্ট? কিহৰ কষ্ট? মাতো প্লেনত যাব।

লোপা আৰু বাহুল এইবাৰ তৃষ্ণাৰ ওচৰ চাপিল—পিকলু আৰু খুকলু ক'ত আছে খুৰী?

—পিকলু নগাৰঁত আছে আইতাকৰ লগত। আৰু খুকলুতো

ইয়াতে—আয়াৰ হাতত তাক চমজাই দিছোঁ। সি আজিকালি স্কুল যায় নহয়। ওঁ, সিয়ো আজিকালি 'ডিং দং বেল' গাব পাৰে।

—তুমি বহাঁ মই চাপ বাকোঁ।

—নাই নাই চাহ নালাগে বাইদেউ। জানেইতো আমাৰ সময় কম। মই যাওঁ। মাক মাত লগাই যাওঁ।

কৈয়েই তৃষ্ণা তেওঁৰ ওচৰ পালেহি। মা, মই যাওঁ।

—যোৱানেকি ?

—হয়।

—যোৱা তেনেহলে।

তৃষ্ণা যোৱাৰ অলপ পিচত বাবুল পালেহি। বাবুলৰ লগত কমীও আহিছে। বাবুলৰ লগত কমীক দেখি অঞ্জুৰ মুখ গহীন হৈ পৰিল। কমীয়ে অঞ্জুৰ ফালে নোচোৱাকৈ আইতাকৰ শোৱা কাঠালী পালেহি।

—আইতা! তেওঁৰ হাতখন চুই কমীয়ে মাতিলে।

—অ' তই ? তই ক'ৰ পৰা ওলালিহি ?

—মই বান্ধৱী এজনীৰ তালৈ গৈছিলোঁ। ঘূৰি আহোঁতে বাটত সৰুমামাক লগ পালোঁ। মামাই ক'লে তোমাৰ হেনো গা বেয়া কৰিছে। নবলোৱেই, মামাৰ লগতে গুচি আহিলোঁ। কেনে পাইছা আইতা ?

তেওঁ উত্তৰ দিবলৈ নেপালেই। বাবুলো সোমাই আহিল, কেনে ? পনীয়া দৰৱটো খালানে ? নবৌ ইয়াৰ মুচামুচ মাক খুৱাই দিলানে ?

—খুৱালোঁ। অঞ্জু আহি ক'লে। তুমি যোৱাৰ পিচতে তৃষ্ণা আহিছিল। তোমাৰ কথা সুধিছিল, মই তুমি আজি নোযোৱা বুলি ক'লো। বৰ ব্যস্ত তোমাৰ মানুহজনী। অঞ্জুৱে হাঁহি মাৰি জোকালে, কেনে লাগিছে মন্ত্ৰীৰ গিৰিয়েক হবলৈ ?

—মন্ত্ৰী নহয় ৰাণী বুলি কোৱা। আগবো আছিলো ৰাণীৰ অধীন প্ৰজা। এতিয়াও ৰাণীৰ অধীন প্ৰজা।

অঞ্জুৱে হাঁহিলে।

—তুমি হাঁহিছা! মোৰ বিৰক্তি লাগিছেহে। যি কথা কথা বুলি

এবি দিছোঁ। মই বোলো মোৰ ভাগে থাকিম। পিছে বিপদ হৈছে মোক ইয়ালৈ ট্ৰেলফাৰ কৰাব খুজিছে।

—তৃষ্ণাই কৈছে মাক হেনো চিকিৎসাৰ বাবে দিল্লীলৈ নিব। ইয়াত একো ভাল চিকিৎসা হোৱা নাই। অঞ্জুৱে আক্ষেপেৰে ক'লে।

—এই কথাষাৰ শুনি মামীয়ে মন্ত্ৰী হোৱাৰ পিচত হে গম পালে।

অঞ্জুৱে কমীলৈ চালে। বাবুলে খিৰিকিৰে বাহিৰলৈ চালে।

—বাবুলমামা, তুমি তোমাৰ মন্ত্ৰীপত্নীক সুধিবাচোন নিজৰ নিজৰ আপোন মানুহক ভাল চিকিৎসা দিবলৈ পৰিয়ালৰ কোনোবা মন্ত্ৰী হবই লাগিবনেকি? নাইবা সাধাৰণ মানুহবোৰৰ সুস্থভাৱে আনন্দেৰে জীৱন কটাবলৈ অধিকাৰ নাইনেকি? এই দেশত তেওঁলোক নিৰাপদে বাস কৰিব নোৱাৰেনেকি?

—কমী তুমি মনে মনে থাকা। য'তে ত'তে যিকোনো কথা নকবা। সেইকাৰণেই তোমাক কোনেও ভাল নাপায়।

—তোমালোকে কি জানা মামী? তোমালোকে জানা কেৱল টকা-পয়চা ঘটিব, লাহ-বিলাহ মাৰিব—তোমালোকে মানুহৰ দুখ বুজা জানো? মই—মই—

উত্তেজনাত কিবা এটা কবলৈ গৈ আইতাকৰ কথা ভাবি ৰৈ গ'ল কমী।

সম্পূৰ্ণ শান্তভাৱে তাই ক'লে, আইতা মই ঘৰলৈ গৈছিলোঁ।।

—গৈছিলি? ভালনে তাত সিহঁতৰ?

—ভালেই। বিনীৰ কাৰণে দৰা এটা ওলাইছে।

—ভাল খবৰ।। ছোৱালীজনী দি দিব লাগে। আৰতিহঁতৰ ভাল?

—ভাল। তাই এতিয়া ওচৰৰ হস্পিতালখনলৈকে গ'ল।

—আৰতিজনীৰহে বিয়াৰ কথা কোনে ভাবিব জানো! বাপেকটো অকণো টেঙৰ নহয়।

অঞ্জু আৰু বাবুল সেইখিনিৰ পৰা আঁতৰি গৈছে ইতিমধ্যে।

তেওঁ পুনৰ সুধিলে, মিঠাবামৰ ভালনে?

—ভাল, ভালেই।

—তাৰ ঘৈণীয়েকজনীয়ে আজিকালি হাঁহি মাতি থাকেনে ?

—ওঁ ?

—মাকণৰ মনটো মুকলিনে ? মিঠাৰামে তাইৰ লগত ভালকৈ কথাবতৰা হয়নে ?

—অ' আগতেযে গোমোঠা হৈ থাকে, মাতবোল নকৰে বুলি কৈছিলা ! পিচলৈ ঠিক হ'ল। মিঠাৰামে বুজি পালে আচল দোষী কোন। দুয়োটাই ভালদৰেই দিন কটাইছিল। কেতিয়াবা মাকণো লোকৰ ঘৰলৈ দাবলৈ যায়। পিচে—

—পিচে কি হ'ল ?

—মাকণ মৰিল।

—কেনেকৈ ?

—তোমাক মোৰ কবলৈ ভাল লগা নাই।

—কচোন।

—মাকণে এদিন ধান দাবলৈ গৈ ঘূৰি নাহিল। মিঠাৰামে বহুত নিশালৈকে হাতত জোৰ লৈ বিচাৰিলে, নাপালে। পিচদিনা দুপৰীয়া হাবিৰ মাজত মাকণৰ নঙঠা শৰীৰটো পৰি আছে। তেতিয়ালৈ মাকণ জীয়াই থকা নাই। মাকণৰ গা ক্ষত-বিক্ষত। ডাক্তৰী পৰীক্ষাৰ দ্বাৰা প্ৰমাণ হ'ল মাকণক চাৰি-পাঁচজন পুৰুষে অত্যাচাৰ কৰিছিল।

—হে ভগৱান !

—তাইৰ পেটত তেতিয়া সাতমহীয়া সন্তান আছিল।

তেওঁ কিছুসময় নীৰৱে বল। কমীয়ে পুনৰ ক'লে,

—আইতা, মনটো কিবা কৰি পেলালা দেখোন।

—আমি ধাৰণ কৰোঁ আমাৰ সন্তানক, পৃথিৱীয়ে ধাৰণ কৰে আমাক। সুখ নাই কমী, কাৰো সুখ নাই।

কমীয়ে কথাখিনি কৈহে ভাবিলে, মাকণৰ কথাবোৰ আইতাকক কব নালাগিছিলনেকি ! তাই মৰমতে আইতাকৰ মূৰটোত হাত বুলাই থাকিল।

—মই পিচে যাওঁগে। গধূলি হ'ল, ঠাণ্ডাও পৰিছে। ইয়ালৈ আহিম বুলি কৈ অহা নাই নহয়।

—মই এটা কথা ভাবিছোঁ অ'।

কমীয়ে বুজিলে তাইৰ কথালৈ আইতাকে কান দিয়া নাই।

—কিছুমান মানুহ ওপৰলৈ উঠি গৈ আছে আৰু কিছুমান মানুহ সেই উঠি যোৱা গাড়ীবোৰৰ চকাৰ তলত পৰি চেপেতা লাগিছে।

—তুমি ঠিক কথাই ভাবিছা আইতা।

—সেই চকাৰ তলত পৰি থকা মানুহবোৰকতো উঠাব লাগিব।

আইতা! আইতাকৰ উপলব্ধিত তাই পুলকিত হৈ পৰিল।

টোপনী অহাৰ পিল খোৱা বাবেই নেকি তেওঁৰ আগৰাতি অকণমান টোপনী আহিছিল। বাৰমান বজাত সাৰ পালে। তেওঁৰ বিচনাৰ কাষতে বাবুলে বিচনা পাৰি শুইছে। যোৱা দুৰাতি বাবুলৰ টোপনী ক্ষতি। দিনতো ঘূৰা-ঘূৰি হৈছে। এতিয়া মাকক শোৱা দেখি সিয়ো অকণমান শুইছে। তাৰ নাকৰ শব্দ হৈছে। আলিবাটৰ গাড়ী মটৰৰ শব্দ এতিয়া পাতল। দুই-এখন গাড়ী, দুই-এখন মটৰ-চাইকেল বিকট শব্দ কৰি পাৰ হৈ গৈছে।

নিশা এনেকৈ সাৰ পাই থাকিব লগা হোৱাটো অসহ্যকৰ যন্ত্ৰণা। কিযে কথাবোৰ মনলৈ নাহে! হঠাতে যেন তেওঁৰ চকুত ভাঁহি উঠিল তেজেৰে লুতুৰি-পুতুৰি মাকণৰ উলঙ্গ দেহ। চকুহুটা মুদি দিলে জোৰেৰে। নাই, নাই পৰিত্ৰাণ নাই। তেওঁৰ বুকুখন ধপধপাবলৈ ধৰিলে। নিজে নিজে বুকুখন মোহাৰি দিলে। তেওঁ সকলো পাহৰি শুবলৈ যত্ন কৰিলে। কোনোবাই যেন নিচুকণি গীত গাই তেওঁক শুৱাই থব।

সেই যে মিঠাবামে আলিবাটত বাঁহী বজাইছিল! তেওঁ শুনি শুনি টোপনী গৈছিল। শুনি শুনি তেওঁ বিশাল আকাশখন চুবলৈ হাত মেলিছিল।

মিঠাবামে বাঁহী বজায় জানো আজিকালি? সেই সুৰ বজাব পাৰে জানো আজিকালি? তাৰ যে ঘৈণীয়েকক অত্যাচাৰ কৰি মাৰিলে যাৰ ঘৈণীয়েকক, ভনীয়েকক, মাকক, বায়েকক এনেদৰে অত্যাচাৰ কৰে সেই পুৰুষে জানো হাঁহিব পাৰে, বাঁহীত সুন্দৰ সুৰ তুলিব পাৰে!

দীঘল উকি মাৰি এখন বেল অহাৰ শব্দ শুনা গ'ল। তেওঁ বিচনাৰ পৰা মূৰটো কিঙ্কিং ডাঙি শুনিলে। সেয়া ৰণ শিঙা বজাইছে। মিঠাবামে সেয়া ৰণ শিঙা বজাইছে। বেলখন শব্দ কৰি যিমানেই আহিবলৈ ধৰিলে—তেওঁৰ বুকুৰ ধপধপনি সিমানেই বাঢ়িবলৈ ধৰিলে। আঃ!

বাবুল থপজপকৈ সাৰ পাই উঠিল।

মা, মা! দাদা, নবৌ!

দুৱাৰ ভাঙো যেন কৰি পোনা আৰু অঞ্জু সোমাই আহিল। অঞ্জুৱে তেওঁৰ শিতানতে বহি মূৰত হাত বুলাই দিলে। চটফটাই থকা তেওঁ দুহাতেৰে অঞ্জুক সাৱতি ধৰিলে। জোৰেৰে অঞ্জুক সাৱতি তেওঁ চকু দুটা থিৰ কৰি ৰ'ল। তেওঁৰ মূৰটো গধুৰ হৈ ওলমি পৰিল।

টেলিফোনৰ ডায়েল ঘূৰাই থকা পোনাই অঞ্জুৰ কান্দোন শুনি ঘূৰি চালে।

---